# সন্ধিক্ষণ

বীৰেশ্বৰ বৰুৱা



মধু [illegible] মুদ্ৰণ
আৰু
প্ৰকাশন

SANDHIKSHAN ( The Crisis ), a novel, in Assamese, by Bireswar Barua ; published by Juthika Phukan, Jorhat—785001, Assam

ৰচনাকাল : ১৯৬৩

প্ৰথম প্ৰকাশ : ১৯৮৮

প্ৰকাশিকা : যুথিকা ফুকন
নতুন অসম মুদ্ৰণ আৰু প্ৰকাশন
যোৰহাট-৭৮৫০০১

প্ৰচ্ছদ : বেণু মিশ্ৰ

মুদ্ৰক : যুগলকিশোৰ ৰায়
শ্ৰীসত্যনাৰায়ণ প্ৰেছ
৫২এ, কৈলাশ বোস ষ্ট্ৰীট
কলিকতা-৭০০০০৬

মূল্য : ২৮ টকা

## লেখকৰ কথা

১৯৬২ চনৰ ৮ চেপ্তেম্বৰ তাৰিখৰ পৰা সেই বছৰৰে ২০ নৱেম্বৰ তাৰিখলৈ এই চৌসত্তৰটি দিন এই কাহিনীৰ সময়। কাহিনীটো ১৯৬৩ চনতে লেখা হৈছিল। সাম্প্ৰতিক কালৰ ইতিহাসৰ পটভূমিত লেখা হোৱা বাবে ছপাৰ সময় নৌ হয় এখোন বুলি ভাবি ইয়াক অনেক বছৰ পেলাই থোৱা হৈছিল। এতিয়া মনত ভাব হৈছে যে কাহিনীটো প্ৰকাশ হোৱা উচিত। কাহিনীটো প্ৰকাশ হলে ভাষা-সাহিত্যৰ সেৱাৰ জগতে তেজপুৰ চহৰ আৰু সেই চহৰৰ মানুহৰ প্ৰতি মোৰ অপৰিসীম শ্ৰদ্ধা আৰু ভালপোৱাৰো নিদৰ্শন থাকি যাব। ইপিনে অনেক বছৰ পাৰ হোৱাৰ ফলত পাণ্ডুলিপিৰ অনেক আখৰ উৰলি যোৱা যেন হৈছিল। মোৰ সহধৰ্মিনী সুভদ্ৰা বৰুৱাই অনেক কষ্ট স্বীকাৰ কৰি নতুনকৈ কপি কৰি উলিয়াইছে। এই গ্ৰন্থৰ গঠনৰ ক্ষেত্ৰত তেওঁৰ অনেক সুচিন্তিত অভিমত মই গ্ৰহণ কৰিছোঁ।

এই গ্ৰন্থৰ মূলসূত্ৰ শ্ৰদ্ধা আৰু বেদনাৰ। সহৃদয়ে পাঠকে গ্ৰন্থখনি আদৰিলে কৃতজ্ঞ হৈ-ৰ'ম।



ৰ বৰুৱা

বৰ্ণাচল ৰোড, বামুণীময়দান
গুৱাহাটী—২১
৯ জুলাই, ১৯৮৫

"আমাৰ নাথাকে যদি ভীৰু খোজ উত্তৰকালত,
নাথাকক। ক্ষতি নাই। অসুন্দৰ পৃথিৱীত
আমাৰ অক্ষম হাতে সুন্দৰৰ ৰচিব পাতনি।"

—সুন্দৰৰ পাতনি
১৯৫৩

এই লেখকৰ বিভিন্ন গ্ৰন্থ:

উপন্যাস : অনেক পুতলাৰ নাচ
অবঞ্চনা
মন জেতুকাৰ পাত
অন্যপূৰ্বা ( অনুবাদ )

গল্পসংগ্ৰহ : প্ৰথম ৰাগিণী
নীলিমাৰ মন
বনহৰিণী
প্ৰাচীৰ
প্ৰতিচ্ছবি
মহাজীৱনৰ পাণ্ডুলিপি

কবিতা : নিৰ্জন নাবিক
অচিন আবাও
ডাউকী
চৰাই শামুক আৰু নক্ষত্ৰ
নিৰ্বাচিত কবিতা
জলফাইৰ দেশ ( অনুবাদ )

প্ৰবন্ধ : ৰামধেনু যুগ আৰু পৰৱৰ্তীকাল

ইতিহাস : সুন্দৰীত শ্ৰীশ্ৰীমাধৱদেৱ
মাধৱ মৰল অতিৰাম বকৰা আৰু অন্যান্য

শিশু-সাহিত্য : কণী আৰু খোঁৱা

॥ এক ॥

উনৈছ শ বাষষ্টি চনৰ আঠ চেপ্তেম্বৰ। তেজপুৰ চহৰ। ফৰকাল আবেলি। চাৰ্কিট হাউচৰ নামনিত পদুম-পুখুৰীৰ পাৰৰেদি এগৰাকী ডেকা খোজ কাঢ়ি গৈ আছে। হঠাৎ মানুহৰ খোজৰ শব্দ আৰু কথা-বতৰা কাণলৈ আহিলত তেও ঘূৰি চালে। গাৰ কাষতে অধ্যাপক যামিনী চেটাৰ্জি আৰু বেংকৰ বিষয়া দক্ষিণ ভাৰতৰ জয়চন্দ্ৰন। চেটাৰ্জিয়ে মাত লগালে, "চৌধুৰী, অলপ ৰ'ব। পুখুৰীৰ পানীলৈ বেছিকৈ নাচাব। জলকুঁৱৰীয়ে পাব পাবে।" জয়ন্ত চৌধুৰীয়ে ক'লে, "ষ্টেচনলৈ গৈ আছোঁ। আপোনালোকনো কলৈ যাব ?" চেটাৰ্জিয়ে উত্তৰ দিয়াৰ আগেয়ে জয়চন্দ্ৰনে ক'লে, "ষ্টেচনলৈময়ো যাবলৈ ওলাইছোঁ। বেংকৰ বৰচাহাৰ অহাৰ কথা। তেওঁ ট্ৰেনত আহিব। বাটত পাই চেটাৰ্জিকো টানি আনিলোঁ।"

জয়চন্দ্ৰনৰ ঘৰ মাদ্ৰাজ প্ৰদেশৰ ভিতৰুৱা ঠাই এডোখৰত। তেওঁ জয়ন্ত চৌধুৰীৰ ঘৰৰ অংশ এটা ভাৰা লৈ সস্ত্ৰীক আছে। স্বামী স্ত্ৰীয়ে ভালদৰে অসমীয়া ভাষাটো শিকি লৈছে। জয়চন্দ্ৰনৰ প্ৰকৃতত্বত্ত বাপ। তেজপুৰলৈ বদলি হৈ আহি তেওঁ সুখী। ইতিমধ্যে তেওঁ পুৰণি ইতিবৃত্ত আৰু ভগ্নাৱশেষ থকা ঠাই কেইবোৰ চাই লৈছে। যামিনী চেটাৰ্জি ইতিহাসৰ অধ্যাপক। ইতিমধ্যে তেওঁ কেইবাটাও কলেজত অধ্যাপনা কৰিছে। কিন্তু ক'তো স্থায়ী হ'ব পৰা নাই।

জয়ন্তই ক'লে, "ময়ো এজন মানুহক লগ পাব লাগে। তেওঁ ট্ৰেনত আহিব।" চেটাৰ্জিয়ে প্ৰস্তাৱ কৰিলে, "ট্ৰেন আহিবলৈ এতিয়াও অনেক সময় বাকী। ব'লক, চাৰ্কিট হাউচৰ কাষৰ ফুলনিত বহি অলপ কথা পাতোঁ।"

তেওঁলোক চাৰিটা হাউচব গাত লাগি থকা দুৰবি ভবাত বহিল। সন্মুখত দুটা পদুম-পুখুৰী।

আলিবাটত লাইট জ্ব লবলৈ আৰম্ভ কৰিছে। সন্ধ্যা নামিল।

জয়ন্তই চেটাৰ্জিৰ কথা শুনিবলৈ ভাল পায়; কিন্তু বেছি গুৰুত্ব নিদিয়ে। জয়চন্দ্ৰনৰ কথাবোৰ থকি থৰকি কোৱা বিধৰ, কিন্তু তেওঁৰ কথাত এটা শৃঙ্খলা, এটা পদ্ধতি আছে। তেওঁৰ কথাত জয়ন্তই চিন্তাৰ খোৰাক বিচাৰি পায়। চেটাৰ্জিয়ে কলে, "ইতিহাসৰ গতিক কোনেও বাধা দিব নোৱাৰে। মিঃ জয়চন্দ্ৰন, সিদিনা এনে এটা কথা কওঁতে আপুনি প্ৰতিবাদ কৰিছিল। কিন্তু এইটো এটা ঐতিহাসিক সত্য।" জয়চন্দ্ৰনে কেৰ পাতি ধৰিলে, "আপুনি ইতিহাস কিহক কয়? গতি মানেই বা কি? যি কোনো বস্তুৰে উৎপত্তি, গতি আৰু বিনাশ আছে। উৎপত্তিৰ পৰা বিনাশলৈ যোৱাটো এটা বিশেষ গতি মাথোন। যদি বিশেষ ঘটনাবোৰকে বা ৰজা-মহাৰজাৰ যুদ্ধ বিগ্ৰহৰ কাহিনীকেই আমি ইতিহাস বুলি ভাবোঁ, তেন্তে ভুল কৰা হ'ব।" ইতিহাসৰ সংজ্ঞা আনৰ পৰা লবলৈ চেটাৰ্জি সাজু নাছিল। নিজৰ মনৰ বিৰক্তি দুলুকুৱাকৈয়ে তেওঁ ক'লে, "ইতিহাস কাক কয়, আপোনাৰ পৰা নাজানিলেও হ'ব।" জয়চন্দ্ৰনে চেটাৰ্জিৰ এই বিৰক্তি প্ৰকাশত মুঠেই আমনি নাপালে। তেওঁ উত্তৰ দিলে, "ইতিহাসৰ ব্যাখ্যা লৈ মই যাব নোখোজোঁ। কিন্তু এটা কথাত মই স্থিৰ মত যে ইতিহাসক আমি নতুন চকুৰে চাব লাগিব। এটা সামান্য ভগা পাত্ৰৰ খোলা, এডাল পচি ক্ষয় নোহোৱা হাড় বা এটা পুৰণি ভগা প্ৰাসাদে আমাক বেছি পোহৰ দিব পাৰে।"

চেটাৰ্জিয়ে ক'লে, "প্ৰত্নতত্ত্বৰ বস্তুটোক আচলতে মই সহ্য কৰিব নোৱাৰোঁ। এসময়ত কি আছিল, কি আছিলোঁ, মই তাৰ খবৰ নাৰাখোঁ। আজি এশ বছৰ ধৰি আমি তেজপুৰত আছোঁ। দুশ বছৰ আগতে ক'ত আছিলোঁ, কেনে অৱস্থাত

আহিলো, এইবোৰ প্ৰকৃত ইতিহাসৰ কথা নহয়। প্ৰত্নতত্ত্বৰ অগেত্থক নিচাই আমাক এটা মিছা গৌৰৱৰ ভাৱত উল্লসিত কৰি তোলে। পুৰণিৰ চিন্তা কৰি আমি নতুনলৈ চকু দিবলৈ পাহৰোঁ আপুনি আমেৰিকান সকলৈ চাওক, তেওঁলোকৰ প্ৰত্নতত্ত্ব বোলা বস্তুটো নায়েই; তেওঁলোকৰ দেশ নতুন-সেইবাবেই পাছলৈ টানিবলৈ তেওঁলোকৰ একো নাই। অভিশাপ নহৈ ই এটা আশীৰ্বাদহে হৈছে। জয়চন্দ্ৰনে ক'লে "আপুনি আমেৰিকাক ভাল পায় বাবেহে তেনেকৈ কৈছে। ভাবি চালে দেখিব, মোৰ কথাত যুক্তি আছে।" চেটাৰ্জিয়ে অলপ আৱেগ প্ৰৱণ হৈ কলে, "ই আমেৰিকাক ভাল পোৱা বা বেয়া পোৱাৰ কথা নহয়। ই এটা ইতিহাসৰ সত্য। মিঃ জয়চন্দ্ৰন, 'আপুনি প্ৰত্নতত্ত্বৰ মায়াত অন্ধ বাবেহে এনেকৈ কৈছে।'

অলপ আঁতৰেদি গৰুৰ গাড়ী এখন গৈ আছে। পুৰণি চকাযোৰ ঘূৰি আছে, লেম্পটো ধিমিকি ধিমিকি জ্বলিছে, চালক জনে, 'হেই, হেই', বুলি মাতি শব্দ কৰিছে।

সম্মুখৰ পুখুৰীৰ পানী গভীৰ নহয়; কিন্তু আগেয়ে নানামিলে গভীৰ নে অগভীৰ জানিব নোৱাৰি। চেটাৰ্জিয়ে ভাবিলে, "আমিনো কিমান সৎ? আমাৰ চিন্তা-চৰ্চ্চাবোৰ চৌভে খৰ মাৰি কৰা কাৰবাৰৰ নিচিনা। জয়চন্দ্ৰনে কিন্তু অন্য ধৰণে ভাবিলে। তেওঁৰ ধাৰনা: সময়ৰ অভাৱে আমাৰ ইচ্ছাৰ বাটত বাধাৰ প্ৰাচীৰ নোতোলে। আনহাতে আৰ্থিক সমস্যাটো তৰিব পৰা বিধৰ। জয়চন্দ্ৰনে কৰ্তৃপক্ষৰ পৰা তেওঁৰ এই কামত উৎসাহ আৰু আপোন প্ৰদেশৰ চৰকাৰৰ পৰা আৰ্থিক সাহায্য পাইছে। তেওঁ ক'লে, "মিঃ চৌধুৰী, মই নিজকে ব্যক্তিগত ভাৱে এই কামৰ বাবে তৈয়াৰ কৰি লৈছোঁ।"

জয়ন্তই ভাবিছে: দুৰৱস্থা আৰু অনাটনৰ মাজত কোনো সৃষ্টিয়েই সম্ভৱ নহয়। অতীতৰ ৰজা-মহাৰজা সকলে মঠ মন্দিৰ

সাজি দিছিল, সাহিত্য সৃষ্টিত সহায় কৰিছিল, ঈশ্বৰ-প্ৰীতি বা সাহিত্যানুৰাগ আছিল তেওঁলোকৰ একোটা কৌশল। তেওঁলোকৰ মুখ্য উদ্দেশ্য আছিল প্ৰজাবৰ্গক কিবা এটা কামত ব্যস্ত কৰি ৰখাটো, যাতে সি সকলে ৰজাৰ ভোগ আৰু লালসাৰ প্ৰতি চকু দিবলৈ নাপায়, বিদ্ৰোহ নকৰে। ৰজা মহাৰজাৰ পাছত জমিদাৰ সকলৰ ৰাজত্বলৈ এই একে প্ৰণালীয়েই সংক্ৰামিত হ'ল। আজি ৰজা নাই, জমিদাৰ সকল নাই; কিন্তু চহকী লোক সকলে তেওঁলোকৰ পূৰ্ব্বৰ ৰজা আৰু জমিদাৰ সকলৰ নিচিনা এটা চিকিৎসালয় সাজি, এটা মন্দিৰ সাজি বা এটা পঢ়াশালি পাতি ৰাইজক মুগ্ধ কৰি ৰাখিছে; ইফালে তেওঁলোকে কৰদাতাৰ ধন আমোদ প্ৰমোদত দুয়ো হাতে উৰুৱাইছে। জয়ন্তই কলে "মিঃ জয়চন্দ্ৰন, আপোনাৰ আন্তৰিকতা প্ৰশংসাৰ যোগ্য।"

কথা-বতৰা নীৰস হোৱা দেখি চেটাৰ্জিয়ে সোঁৱৰাই দিলে, "ষ্টেচনলৈ যাবৰ হ'ল। মই সোনকালে ঘৰলৈক উভতিব লাগে। কালি ৰাতিপুৱাতেই কলেজ।"

তেওঁলোক উঠি ষ্টেচনলৈ খোজ ললে। চাৰ্কিট হাউচৰ পৰা অলপ আঁতৰত বৃহৎ বট গছৰ তলত এজন সন্ন্যাসী ধুনি জ্বলাই বহি আছে। তেওঁৰ ওচৰত এদল লোক জুম বান্ধি বহি আছে। সেইপিনে এবাৰ চকু দি তেওঁলোক আগবাঢ়িল। তেওঁলোকৰ মুখত কোনো কথা নাই। জোনাকৰ পোহৰে চাৰিওপিনে এক ছয়া-ময়াৰ সৃষ্টি কৰিছে। জয়ন্তই ভাবি গৈছিল: তেজপুৰ চহৰে পুৰণি ঐতিহ্য বহন কৰিছে। অধ্যাপক চেটাৰ্জিয়ে ভাবিলে: পুৰণি ঐতিহ্যই তেজপুৰৰ বাবে অভিশাপ। পুৰণি ঐতিহ্যৰ বাবেই ইয়াৰ মানুহে পাছলৈ ঘূৰি চাবলৈ ভাল পায়; এটা দুৰ্দম গতিৰে নতুনত্বৰ সন্ধান কৰিবলৈ আগ নাবাঢ়ে। এই চহৰখনক এটা প্ৰবল ভুঁইকপৰ অত্যন্ত প্ৰয়োজন। কিন্তু

ইতিহাসৰ পৃষ্ঠা বাঢ়ি আছে, পৃথিবীৰ বয়স বাঢ়ি আহিছে, শীতল হৈ আহি আছে পৃথিবীৰ অভ্যন্তৰ। এই চহৰবো অভ্যন্তৰ শীতল হৈ পৰিছে। ভূঁইকপৰ সম্ভাৱনা নাই। জয়চন্দ্ৰনে ভাবিছে: তেজপুৰলৈ বদলি হৈ অহাটোৱেই তেওঁৰ বাবে এটা পৰম আশীৰ্বাদ; ঈশ্বৰৰ করুণাৰ পূৰ্ণ প্ৰকাশ। তেওঁ ইয়াত শান্তি পাইছে, অৱসৰ পাইছে; তেওঁৰ জীৱনৰ সাধনা: পূৰ্বভাৰতৰ ধৰ্মীয় আৰু সংস্কৃতিৰ ৰূপান্তৰ সম্বন্ধে প্ৰত্নতত্ত্বৰ ভেটিত গৱেষণা কৰাটো। তেওঁ এই গৱেষণাত আগবাঢ়িব পাৰিছে। এই ঠাইৰ ঐতিহ্য আৰু জলবায়ুৱে তেওঁক অনুপ্ৰেৰণা যোগাইছে।

জোনাক বাঢ়িছে। এই তিনি গৰাকী মানুহ নীৰৱে খোজ পেলাই গৈ আছে। নীৰৱতাই ক্লান্তি আনে। তেওঁলোকে ক্লান্তি অনুভৱ কৰিছিল। কিন্তু কি কথা কৈ ক্লান্তিৰ অৱসান ঘটাব তেওঁলোকে ভাবি পোৱা নাই। অস্বস্তিকৰ পৰিস্থিতিটোৰ পৰা হাত সাৰিবলৈ জয়ন্তই জয়চন্দ্ৰনক ক'লে, "আজি আপোনাৰ ...মতীয়ে কিবাকিবি বস্তু পঠিয়াই দিছিল। তেখেত সঁচাকৈয়ে পাকৈত ৰান্ধনী।" জয়চন্দ্ৰনে মিচিকিয়াই হাঁহি ক'লে, 'আমি মাদ্ৰাজীবোৰে আপোন পদ্ধতিটো নেৰোঁ; আমি য'তেই নাথাকোঁ কিয়, আমাক ৰসম্ দোছা সম্ভাৰ, ইদ্‌লি লাগিবই। অৱশ্যে আমাৰ খাদ্যৰ তালিকা খন চুটি আৰু আমাৰ ৰন্ধন পদ্ধতিটোও বৰ সহজ।

তেওঁলোক গৈ ষ্টেচন পালে। এনে সময়ত দীঘল উকি মাৰি ট্ৰেন আহিল। ট্ৰেনত মিলিটাৰী লোকৰ সংখ্যাই সৰহ। আন মানুহো আহিছে। কিছু সময় অপেক্ষা কৰি তেওঁলোকে বুজিলে যে জয়চন্দ্ৰনৰ বৰচাহাব অহা নাই; জয়ন্ত চৌধুৰীৰ আলহীও অহা নাই। তেওঁলোকে আকৌ টাউনলৈ উভতি খোজ ললে।

উভতি আহোঁতে বাটত জয়চন্দ্ৰনে কলে, 'মিঃ চৌধুৰী, আজি এই বাঢ়িব জোনাক দেখি মোৰ আপোন সক চহৰখনলৈ

মনত পৰিছে। একাধিকতাক আমি যেতিয়াই অনুভৱ কৰিব পাৰোঁ, তেতিয়াই সকলো বিভেদমূলক সমস্যাৰ সমাধান হয়। মোৰ কেনে লাগিছে জানে? জীৱনত আনন্দ কৰিবলৈ সময় অধিক। চিন্তাৰ বা বিষাদৰ বাবে সঁচাকৈয়ে সময়ৰ নাটনি।"

"ময়ো কেতিয়াবা তেনেকৈ ভাবোঁ।" জয়ন্তই ক'লে। চেটাৰ্জিয়ে টিপনি কাটিলে, "মিঃ জয়চন্দ্ৰনে এতিয়াহে মোৰ পৰ্য্যটলৈ আহিছে। হেৰি, আমাৰ কান্দিবলৈ কিটো আছে? ছুদিনীয়া জীৱনত আনন্দ কৰক, হাঁহক; চিন্তাৰ যুপকাঠত নিজকে বলি নিদিব।"

তেওঁলোক আহি বজাৰৰ ওচৰ পালে। পানদোকানৰ কাষত মানুহৰ জুম দেখি তেওঁলোকে কিনো হৈছে জানিবলৈ কৌতুহল বোধ কৰি আগুৱাই গ'ল। ৰেডিঅ'ত বাতৰি আহিছে: চীনাসকলে থাগ্‌লা চুড়া পাৰ হৈ উত্তৰ পূৱ সীমান্তৰ খোলা নামৰ আসাম ৰাইফল্‌ছৰ পহৰাদাৰী চকিটো আক্ৰমণ কৰি অৱৰোধ কৰিছে। মানুহবোৰৰ মন উদ্বিগ্ন। তেওঁলোকে উৎকীৰ্ণ হৈ শুনিছে। তেজপুৰৰ শান্ত, সুন্দৰ পৰিবেশত বাতৰিটোৱে ক্ষণিকৰ বাবে ঢৌ তুলিলে। পানদোকানত অলপ সময়ৰ বাবে বিক্ৰীৰ পৰিমাণ বাঢ়িল। ছুই এটা মন্তব্য প্ৰকাশ কৰি মানুহবোৰ সিঁচৰতি হৈ গ'ল।

চেটাৰ্জি, জয়চন্দ্ৰন আৰু জয়ন্ত তিনিও খন্তেকৰ আগেয়ে আনন্দত উৎফুল্ল হৈছিল। মধুৰ ভাবাবেশত আপ্লুত হৈ চিৰদিনৰ আনন্দমুখৰ পৰিবেশৰ কথা কল্পনা কৰিছিল। এতিয়া তেওঁলোকৰ মুখতো উৎকণ্ঠাৰ ছাঁ পৰিল।

## ॥ দুই ॥

জয়ন্ত চৌধুৰী প্ৰকৃততে তেওঁপুৰৰ মানুহ নহয়। তেওঁৰ আপোন ঘৰ গুৱাহাটীত। ককাদেউতাকৰ দিনতে গুৱাহাটীত চাহ-বাগিচা কৰিবলৈ বুলি লোৱা বৃহৎ পৰিমাণৰ মাটিৰ গৰাকী তেওঁৰ দেউতাক অমিয়মোহন চৌধুৰীক সেই মাটিৰ বৰ্তমান মূল্যানুযায়ী জমিদাৰ বুলিব পাৰি। চহৰখনৰ ক্ৰুততাৰে সম্প্ৰসাৰণ হোৱা বাবে গুৱাহাটীত মানুহৰ ভিৰ বাঢ়িছে, দৈনিক দেশী-বিদেশী মানুহৰ আমদানি হৈছে; ক'লা টকাৰ বলত মাটিৰ বাবে মানুহে যি কোনো দাম দিব পৰা হৈছে। অমিয়মোহন চৌধুৰীয়ে তেওঁৰ কোনোদিনে চাহ বাগিচালৈ ৰূপান্তৰিত নোহোৱা এই মাটি বিভিন্ন প্লটত বান্ধি চৰা দামত বিক্ৰী কৰি তাকৰ মূল্যত ৰেজিষ্ট্ৰেচন কৰিছে। তেনে কৰাৰ ফলত তেওঁৰ এহাতে অধিক আয় হৈছে: আনহাতে তেওঁ কৰ ফাঁকি দিব পাৰিছে। নিজে মৌজাদাৰ বাবে মাটি বিক্ৰীৰ কাৰণে তেওঁ কোনো দালাল নিয়োগ কৰাৰ প্ৰয়োজন অনুভৱ কৰা নাই। ইয়াৰ ফলতো তেওঁৰ অনেক ধন ৰাহি হৈছে।

জয়ন্তৰ ককায়েক প্ৰণয় চৌধুৰী ঠিক দেউতাকৰ প্ৰতিচ্ছবি। তেওঁৰ লগত জয়ন্তৰ কোনো পিনৰ পৰা মিল নাই। দদায়েক তাৰিণীমোহন চৌধুৰী উকীল। তেওঁ কোনো সিদ্ধান্ত অকলে ল'ব নোৱাৰে। অনেক সময়ত তেওঁ অকলে লোৱা আপোন সিদ্ধান্তৰ বিৰুদ্ধাচৰণ কৰে। তেওঁ নিজেকে বৰ সাহসী বুলি ভাবে; কিন্তু সময়ত তেওঁ প্ৰয়োজনীয় সাহস গোটাব নোৱাৰে যকৰা সমস্যাত ককায়েক অমিয়মোহন চৌধুৰীৰ মতামতেই প্ৰধান আৰু শেষ।

এই পৰিবেশত তাতৰ জীৱন হলেও জয়ন্ত অন্ত মানসিক বাতাবৰণৰ মানুহ। পঢ়া-শুনা সমাপ্ত কৰি তেওঁ সাংবাদিকতাক জীৱিকা বুলি লোৱাত দেউতাক অমিয়মোহন চৌধুৰী অসন্তুষ্ট হৈছিল। তেওঁ এই বুলি ভয় দেখুৱাইছিল যে যদি জয়ন্তই ভালে ভালে, আহি চৰকাৰী চাকৰিৰ চেষ্টা নকৰে বা ব্যৱসায় নকৰে, তেন্তে তেওঁ নিজে তাৰ লগত কোনো সম্পৰ্ক নাৰাখিব। ককায়েক প্ৰণৱে জয়ন্ত আঁতৰত থকাটোকে পছন্দ কৰিছিল; জয়ন্ত নাথাকিলে পৈতৃক ব্যৱসায়, মাটি আৰু মৌজা তেওঁৰ একচেতীয়া হ'ব। দদায়েক তাৰিণীমোহন চৌধুৰীয়ে প্ৰথমতে লুকাই লুকাই জয়ন্তক সাহস যোগাইছিল; কিন্তু পাছত ককায়েকৰ মতকে হয়ভৰ দিলে।

ইতিমধ্যে জয়ন্তৰ প্ৰতি ঘৰোৱাহ অসন্তুষ্ট হোৱাৰ আৰু এটা 'কাৰণ উপস্থিত হ'ল: তেওঁ বন্দনা শইকীয়া নামৰ এজনী ছোৱালীক ভাল পালে। বন্দনাহঁতৰ ঘৰখন উচ্চজাত সম্পন্ন নাছিল। ধনো না ছিল তেওঁলোকৰ। চৌধুৰী পৰিয়ালটো উগ্ৰ জাত্যাভিমানী আছিল আৰু তেওঁলোকে কেৱল নিজকে সংস্কৃতিৱান বুলি ভাবিছিল। নিৰঞ্জন শইকীয়াৰ কন্যা বন্দনা তেওঁলোকৰ মানত মূল্যহীন আছিল। আপোন পৰিয়ালটোৰ এনে চিন্তা -চৰ্চ্চাত জয়ন্তই কোনো যুক্তি বিচাৰি নাপালে। বন্দনাহঁতৰ যদি সংস্কৃতি নাই, জয়ন্তৰ দেউতাকৰো নাই। ক'লা টকাই অমিয় চৌধুৰীৰ সংস্কৃতিৰ আধাৰ। মাটি বিক্ৰীৰ টকাই তেওঁৰ অট্টালিকাৰ মূল ভেটি। সংবিধানৰ সংশোধন কৰিব নোৱাৰিলে অমিয়মোহন চৌধুৰীৰ দৰে মানুহৰ ধন সংগ্ৰহৰ এই অসৎ পথ বন্ধ ন'হব জানি জয়ন্তই বাতৰি কাকতত এই সম্পৰ্কে এখানি প্ৰবন্ধ লিখিলে। এই প্ৰবন্ধবোৰ পঢ়ি গুৱাহাটীৰ মাটি বেচি ধনী হোৱা লোকসকল ক্ষিপ্ত হৈ উঠিল। কথাটো অমিয় চৌধুৰীৰ দৃষ্টিগোচৰ হ'ল। আপোন পুত্ৰ এইবোৰ অনাহক

গৃহ-দ্ৰোহী কামত লাগি থকাত তেওঁ ক্ষুব্ধ হ'ল। অন্য আত্মীয় স্বজন আৰু বন্ধু বান্ধৱৰ দ্বাৰা জয়ন্তক সুবুদ্ধি দিবলৈ চেষ্টা কৰি বিফল হৈ তেওঁ এই স্থিৰ সিদ্ধান্তত উপনীত হ'ল যে জয়ন্ত তেওঁৰ চৌধুৰী বংশৰ কুলাংগাৰ; জয়ন্তই এই বংশৰ সৰ্বনাশ মাতি আনিব। জয়ন্ত এতিয়াও অবিবেচক। সি বুজিব পৰা নাই যে জীৱিকাৰ পথত কোনো পাপ বোধ থাকিব নোৱাৰে। আফিঙৰ চোৰাং ব্যৱসায় কৰি এসময়ত বহুত মানুহে ঢেৰ ধন-দৌলত উপাৰ্জন কৰিছিল– সেই সকলৰ সন্তি-সন্ততিয়েই এতিয়া দেশৰ সংস্কৃতিৰ নিচান হাতত লৈছে। আজি ভুপইছা হাতত থকা কাৰণেই তেওঁ প্ৰণব আৰু জয়ন্তক সুশিক্ষা দিব পাৰিছে। প্ৰণবে যে সম্পূৰ্ণ শিক্ষা লাভ কৰিব নোৱাৰিলে, সেইটো তাৰ নিজৰ দোষ। দেউতাকৰ ক'লা টকা থকা কাৰণেই তাৰ বটলত অগ্ৰিম আগ্ৰহ হোৱাৰ কোনো অৰ্থ নাছিল। অৱশ্যে নিজৰ অতীতৰ পিনে চালে অমিয় মোহন চৌধুৰীয়ে প্ৰণবৰ কোনো অপৰাধ নেদেখে। জীৱনটো উপভোগৰ বাবে এই কথা সকলো কথাৰ সাৰাংসাৰ। এনেবোৰ চিন্তাৰ পটভূমিত অমিয় মোহন চৌধুৰীয়ে জয়ন্তক উদ্দেশ্য বিহীন অসমৰ্থৰ বাহিৰে আন একো বুলি ভাবিব পৰা নাই।

সুখ-সম্ভোগৰ চিন্তাতকৈ মানুহৰ দুখ দাৰিদ্ৰৰ ছবিয়ে জয়ন্তক বেচিকৈ টানিছিল। বহু সময়ত তেওঁ নীৰৱে চিন্তা কৰিছিল কিদৰে দেশৰ সাধাৰণ মানুহৰ দুখ-দাৰিদ্ৰ তেওঁ দূৰ কৰিব পাৰিব। কিন্তু জয়ন্তৰ এই সমাজতান্ত্ৰিক মনোভাবৰ বাবে আপোন বংশ-পৰিয়ালৰ লগত তেওঁৰ মানসিকতাৰ সংঘৰ্ষ বাঢ়ি আছিল। ক্ৰমশঃ দেউতাকৰ ব্যৱসায়ৰ প্ৰতি তেওঁৰ বিতৃষ্ণা উপজিল। ককায়েক প্ৰণবে আগৰেপৰা মোজা চলাবলৈ লৈছিল। জয়ন্তই সেইবাবে একপ্ৰকাৰৰ মুক্তি পালে। তেওঁ স্বাধীন জীৱিকা হিচাপে সাংবাদিকতাকেই হাতত ল'লে। তেওঁৰ কোনোবা উপৰিপুৰুষে

আফিঙৰ চোৰাং ব্যৱসায় কৰিছিল নে নাই এই কথা জয়ন্তই নাজানে; কিন্তু তেওঁ বুজিছিল যে মাটিও এবিধ আফিং, দেউতাকে এই নতুন আফিঙৰ সুবিধা লৈছে। জয়ন্তৰ মতন দেউতাকৰ কৰ্মৰ বাবে পাপ-বোধৰ সৃষ্টি হ'ল। বহুত পূৰ্বপুৰুষৰ পাপৰ হিচাপৰ বোজা আহি তেওঁৰ মূৰত পৰিল; এই পাপ বোধৰ ফলত তেওঁৰ আত্মবিশ্লেষণ আৰম্ভ হ'ল। ফলস্বৰূপ, এলানি প্ৰবন্ধৰ উৎপত্তি। দেউতাকে জয়ন্তৰ এই কাৰ্যক সাময়িক উত্তেজনাৰ ফল বুলি লৈছিল। কিন্তু যেতিয়া জয়ন্তই বন্দনা শইকীয়াক বিয়া কৰিবলৈ ওলাল, তেওঁ দুৰ্লংঘ্য প্ৰাচীৰৰ দৰে সন্মুখত থিয় হ'ল। ককায়েক প্ৰণবে দেউতাকৰ হকে ওকালতি কৰিলে; দদায়েক তাৰিণী মোহন চৌধুৰীয়ে কাণে কাণে ক'লে, 'চোৱা, মই নিজেও প্ৰেমত পৰিছিলোঁ। প্ৰথমতে কাকো নেমানো বুলি জেদ্ কৰিছিলোঁ; পাছত ককাইদেউৰ কথাকেই মানি ললোঁ। মই সাহস যোগাব নোৱাৰিলোঁ। তুমি প্ৰেমত পৰিছা, বৰ ভাল কাম কৰিছা। পাৰিলে বিয়া কৰাই লোৱা। মোৰ আশীৰ্বাদ জনালোঁ। কিন্তু ককাইদেউৰ আগত মই তোমাৰ ফলীয়া হ'ম বুলি আশা নকৰিবা। এই ঘৰত ককাইদেউৰ মতামতেই শেষ মতামত। ইয়াৰ লৰচৰ নহয়।"

জয়ন্ত চৌধুৰীয়ে কাৰো কথা নামানিলে। তেওঁৰ দেউতাকৰ আপত্তি দেখি বন্দনাৰ দেউতাক নিৰঞ্জন শইকীয়াই পোন-পহিলাতে আপত্তি কৰিছিল। কিন্তু বন্দনাৰ ককায়েক অপূৰ্বৰ মধ্যস্থতাত তেওঁৰ আপত্তি নৰজিল। অমিয়মোহন চৌধুৰীয়ে প্ৰথমতে জয়ন্তক ডাবি-হুকি দি চালে, তাৰ পাছত অনুনয় বিনয় কৰি চালে, অৱশেষত নিৰুপায় হৈ তেওঁ কলে, "তই অবুজ নহবি। বিয়া-বাক কেৱল সমজাত আৰু সমস্তৰৰ সমাজত হে সম্ভৱ। নিৰঞ্জন শইকীয়াৰ ছোৱালী তোৰ বাবে উপযুক্ত নহয়।" জয়ন্তই কৈছিল, 'ঈশ্বৰৰ এই পৃথিবীত আপুনিও সামান্য মানুহ ৮

আপোনাৰ ধন দৌলত আন মানুহৰ শ্ৰমৰ দ্বাৰা উপাৰ্জিত; প্ৰবালৰ হাড়ৰ পৰা প্ৰবাল দ্বীপ গঠিত হোৱাৰ দৰে বহুত সাধাৰণ মানুহৰ অস্থি মজ্জাৰ দ্বাৰা আপোনাৰ এই ধন-দৌলতৰ সৃষ্টি হৈছে। এই ধন দৌলত বেছি দিন নাথাকিব। আপুনি ইয়াৰ মোহ আৰু এই অহংকাৰ এৰিবই লাগিব।" দেউতাকে, খঙত জ্বলি পকি কৈছিল, "তই এটা মূৰ্তিমান অনাসৃষ্টি, তই ওলাই যা, ওলাই যা মোৰ ঘৰৰ পৰা।"

আপোন ঘৰৰ পৰা ওলাই গৈ জয়ন্ত চৌধুৰীয়ে দুজনমান সাংবাদিক বন্ধুৰ সহায়ত থকা-মেলাৰ ব্যৱস্থা কৰি পাছত এটা সৰু ঘৰ ভাৰা লৈছিল। তাৰ পাছত বন্দনাৰ লগত তেওঁৰ বিয়া সম্ভৱ হৈছিল।

অমিয় মোহন চৌধুৰীয়ে আপোন ঔদ্ধত্য আৰু অহংকাৰ বশতঃ জয়ন্তৰ লগত কোনো সংযোগ নাৰাখিলে।

গছত ফুল ফুলে, ফুলৰ পৰা ফল হয়, সেই ফল পকি সৰি পৰে—এয়ে স্বাভাৱিক নিয়ম। বন্দনাৰ ক্ষেত্ৰত এই স্বাভাৱিক নিয়মৰ ব্যতিক্ৰম ঘটিল। তেতিয়া জয়ন্ত দৈনিক বাতৰি কাকত এখনৰ বিশেষ সংবাদ দাতা। সিদিনা প্ৰধান মন্ত্ৰী অহাৰ কথা। বিশেষ সংবাদ সংগ্ৰহৰ বাবে জয়ন্ত বাতিপুৱাতে ওলাল। তেওঁ যাবলৈ ওলোৱা বাবে বন্দনাই খৰধৰকৈ পাকঘৰত সোমাল। এই প্ৰস্তুতিৰ চেষ্টাত বন্দনা অগ্নিদগ্ধা হ'ল। হাস্পতালত বন্দনাৰ মৃত্যু হ'ল। বন্দনাৰ এই আকস্মিক মৃত্যুত জয়ন্ত শোকাকুল হৈ পৰিল। তেওঁৰ এই দুখ বিষাদৰ দিনত চোৰে বন্দনাৰ গহনা পাতিবোৰ চুৰি কৰি নিলে। বন্দনাৰ মৃত্যুৰ পাছতো আপোন দেউতাক বা ককায়েকৰ লগত তেওঁৰ সম্প্ৰীতি পুনৰ গঢ়ি নুঠিল। তেওঁলোকৰ মানত তেওঁ শান্তিৰ পৰিপন্থী। তেওঁৰ মানত তেওঁলোক অত্যাচাৰী।

পূৰ্বপুৰুষৰ অন্যায় কৃতকৰ্মৰ বাবে জয়ন্তই নিজকে অপৰাধী বুলি বোধ কৰিছিল। বন্দনাৰ মৃত্যুৰ পাছত তেওঁ সাংবাদিকতাৰ

এৰি গুৱাহাটী চহৰৰ পৰাও আঁতৰিল। বন্দনাৰ ককায়েক অপূৰ্ব শইকীয়াই জয়ন্তৰ শোক নিবাৰণৰ বাবে সহানুভূতিৰে পাৰ্যমানে চেষ্টা কৰিছিল। সম্পূৰ্ণ এমাহ তেওঁ জয়ন্তৰ লগে লগে ঘূৰিছিল। বন্দনাৰ দেউতাক নিৰঞ্জন শইকীয়াই সকলো ভাগ্যৰ ফল বুলি সান্ত্বনা লৈছিল। তেওঁ জয়ন্তকো ওচৰলৈ টানিছিল। মনৰ এই অশান্ত অৱস্থাত জয়ন্তই অপূৰ্বৰ লগত কেইটামান দিনৰ বাবে তেজপুৰলৈ আহিছিল, তেজপুৰত তেওঁৰ দেউতাক অমিয়মোহন চৌধুৰীৰ এটা ঘৰ আছিল। ঘৰটো যথেষ্ট ডাঙৰ, আহল বহল আৰু কম্পাউণ্ডযুক্ত। ব্যৱসায়ৰ কাম শেষ হ'লত অপূৰ্ব গুৱাহাটীলৈ উভতি গ'ল। কিন্তু জয়ন্তই পৰিত্যক্ত ঘৰটো পাই দেউতাকৰ বিৰুদ্ধে প্ৰতিবাদ হিচাপে দখল কৰি ৰহিল তেওঁ মিস্ত্ৰী মাতি আনি অলপ খৰচ কৰি ঘৰটো ব্যৱহাৰৰ উপযোগী কৰি ল'লে।

এই সকলোবোৰ তিনি চাৰি বছৰৰ আগৰ কথা। জয়ন্ত চৌধুৰীয়ে সেই প্ৰথম অহাৰ পৰা আৰু গুৱাহাটীলৈ উভতি যোৱা নাই। দেউতাক অমিয়মোহন চৌধুৰীয়ে তেওঁৰ ল'ৰাৰ মৃত্যু হৈছে আৰু ঘৰটো ভস্মীভূত হৈছে—এনে এটা বৈৰাগ্যৰ ভাৱ মনলৈ আনি এই সম্পৰ্কে ভাবিবলৈ এৰি দিলে।

তিনিটা বা চাৰিটা বছৰ বৰ দীঘলীয়া সময় নহয় কিন্তু যাৰ জীৱনত বেদনাবোধ থাকে, তেওঁৰ বাবে ইয়াৰ প্ৰতিটো মুহূৰ্ত সুদীৰ্ঘ।

জয়ন্তৰ মানত জীৱনটো মহৎ। এই জীৱনত কৰণীয় বহুত কাম আছে ; প্ৰতিজন মানুহে একোটা বিশেষ কামৰ বাবে উপজিছে, সেই কাম তেওঁ সম্পাদন কৰিবই লাগিব। তেওঁৰ কাম পুঁজিবাদী সমাজ ব্যৱস্থাৰ পৰিবৰ্তন ঘটোৱাত সামান্য অৰিহণা যোগোৱাটো। এই কাম সম্পাদন কৰিব পাৰিলে পূৰ্বপুৰুষ সকলৰ কৃতকৰ্মৰ বাবে বহন কৰা অপৰাধ বোধৰ পৰাও তেওঁ নিষ্কৃতি পাব। কিন্তু এই কাম অকলে কৰিব নোৱাৰি। তাৰ উপৰিও কিদৰে

এনে সমাজ ব্যৱস্থাৰ পৰিবৰ্তন সম্ভৱ হ'ব, এই কথা তেওঁ ভাবি উলিয়াব পৰা নাই। ইতিমধ্যে বন্দনাৰ আকস্মিক মৃত্যুৰ শোকে তেওঁক হেঁচি ধৰিছে। তেওঁৰ সৌভাগ্যক্রমে তেওঁৰ কলেজত পঢ়া দিনৰ বন্ধু চৰকাৰী বিষয়া এগৰাকী বদলি হৈ তেজপুৰলৈ আহিল। বিষয়া গৰাকীৰ নাম দীলিপ ফুকন। দীলিপ ফুকন কামত চৰকাৰৰ ৰাজনৈতিক উপদেষ্টা। জিলা এখনত এনে পৰ্য্যায়ৰ বিষয়া নাথাকে; কিন্তু তেজপুৰৰ বিশেষ পৰিস্থিতিত এনে বিষয়া নিয়োগ কৰা হৈছে। তেঁৱেই জয়ন্তৰ ঘৰটোৰ এটা অংশ ভাৰালৈ দিয়াৰ ব্যৱস্থা কৰি জয়ন্তৰ আৰ্থিক প্ৰয়োজনৰ সমাধান কৰিলে। নিজে আগবাঢ়ি আহি তেওঁ জয়ন্তৰ অন্তৰ্মুখী মনটো বহু পৰিমাণে বহিৰ্মুখী কৰি পেলালে। আন মানুহৰ লগতো জয়ন্তৰ এনেদৰে পৰিচয় গভীৰ হৈ উঠিল। ক্রমশঃ তেওঁ তেজপুৰৰ মানুহ হৈ পৰিল; গুৱাহাটীৰ লগত তেওঁৰ সম্পৰ্কও ক্ষীণ হৈ আহিল।

জয়ন্তই জানিছিল যে পুঁজিপতি সকলৰ সমাজ-ব্যৱস্থাত একো সামাজিক প্ৰগতি আশা কৰিব নোৱাৰি। আজিৰ সমাজত দুবিধ মানুহ: এবিধ পুঁজিপতি আৰু আনবিধ এই পুঁজিপতি সকলৰ মুখাপেক্ষী লোক। দ্বিতীয়বিধ এই পুঁজিপতি সকলৰ অৰ্থনৈতিক জালত পৰি চট্‌ফটোৱা প্ৰাণী। তেওঁলোকে প্ৰথমতে জালত পৰি চট্‌ফটায়, পাছলৈ সকলো ডাবি-হুকি মানি চলিবলৈ ধৰে। জয়ন্তৰ দেউতাক এনে এজন পুঁজিপতি। অন্যায় কৰাটোক দেউতাকে পাপৰ কাম বুলি নাভাবে; সেই ভাবনা-চিন্তাবোৰ তেওঁ পাছৰ বংশ-পৰিয়াললৈ থৈছে তেওঁ নাজানে যে কোনো এটা 'জেনাৰেচনে' সেই পাপৰ পৰাচিত কৰিবই লাগিব। দেউতাকে দুখীয়াৰ মাটিৰ বন্দবস্ত বাতিল কৰি আনৰ নামত কিনি লৈ আত্মসাৎ কৰিছে। ঢোল গোঁজ ভকত সকল তেওঁৰ চাতুৰিত মুগ্ধ হৈ সৰ্বস্বান্ত হৈছে। ইয়াৰ বাবে পৰাচিত

এদিন হবই লাগিব। সেউভাকব নিচিনা মানুহব আলাই-আথানি অৱস্থা কল্পনা কৰি জয়ন্তই ভাল পায়। এওঁলোকৰ এই পৰিণতি যে হ'ব, এই কথাত তেওঁৰ দৃঢ় বিশ্বাস। চৰকাৰৰ ৰাজনৈতিক উপদেষ্টা দীলিপ ফুকনে কয় যে কেপিটেলিজমৰ বিলোপ সাধনৰ বাবে গণতন্ত্ৰই প্ৰশস্ত; আন বিপ্লৱৰ প্ৰয়োজন নাই। জয়ন্তই ভাবে: দিনক দিনে মানুহ অধৈৰ্য হৈ পৰিব; সেইবাবে গণতন্ত্ৰৰ মাজত নৱ-গণতন্ত্ৰৰ প্ৰয়োজন হৈছে। দীলিপ ফুকনৰ বিশ্বাস, জয়ন্তৰো বিশ্বাস, এই বিপ্লৱ বেলটৰ দ্বাৰাই সম্ভৱ হ'ব; বুলেটৰ প্ৰয়োজন নহ'ব। কিন্তু জয়ন্তই নাজানে যে ঘোলনীত পৰি কুঁহিয়াৰ বসৰ দৰে লেটিপেটি হৈ ঘোলনী মাৰিব আঘাতৰ লগত আপোচকাৰী মানুহ আৰু আপোন-ঘৰী বুদ্ধিজীৱি সকলক বেলটৰ প্ৰকৃত মূল্য বুজাব পৰা নাযায়।

দীলিপ ফুকনে জয়ন্তক হাইস্কুলৰ অৱসৰ প্ৰাপ্ত শিক্ষক কমল চন্দ্ৰ হাজৰিকাৰ লগতো পৰিচয় কৰি দিছিল। হাজৰিকাৰ ঘৰৰ পিনে মানুহৰ সমাগম তাকৰ। ঘৰুৱা পৰিবেশ। হাজৰিকাৰ লগত কথা পাতি জয়ন্তৰ ভাল লাগিছিল। মানুহ গৰাকীৰ সততা আছে। সাবল্য আছে আৰু সাহসো আছে। সাবল্য তেওঁৰ বিশেষ গুণ; এই গুণৰ বাবেই তেওঁ সহজে আচৰিত হ'ব পাৰে, আনন্দ পাব পাৰে, মুখত বিষাদৰ ছাপ লৈ নাথাকে। প্ৰথম দিনা কথা-বতৰা হওঁতে তেওঁ কৈছিল, "চিঞৰ বাখৰৰ দ্বাৰা কোনো কাম নহয়, নীৰৱতাৰ শক্তি বেছি।" এই কথা শুনি জয়ন্ত মুগ্ধ হৈছিল। তাৰ পাছত অনেক দিন কমল হাজৰিকাৰ লগত জয়ন্তৰ সাক্ষাৎ হৈছে। হাজৰিকাই জয়ন্তক তেওঁৰ ঘৰলৈকো মাতি নিছে। ঘৰোৱাহৰ লগত পৰিচয় কৰি দিছে। হাজৰিকাৰ পত্নীয়ে আচলতে ঘৰখন চলায়, পেন্সনৰ টকা কেইটা পত্নীৰ হাতত তুলি দিয়েই হাজৰিকাৰ নিস্কৃতি। কন্যা মৰমীতকৈ পুত্ৰ নীতু বয়সত বহুত সৰু। জয়ন্তই যেতিয়া মৰমীক প্ৰথম দেখে

তেতিয়া ভাই কলেজত সোমাইছে। এতিয়া মৰমী তৃতীয় বাৰ্ষিকৰ ছাত্ৰী। জয়ন্তৰ লগত পৰিচয় হোৱাৰ পাছত, কিছুদিনৰ অন্তৰংগতাৰ পাছতে, মৰমীৰ মাকে তেওঁক অনুৰোধ কৰিছিল মৰমীক অলপ শিকাবলৈ। সেইদিন ধৰি জয়ন্তই মৰমীৰ পঢ়া • শুনাৰ খবৰ ৰাখিছে। সেয়া আছিল এবছৰৰ আগৰ কথা। সপ্তাহত তেওঁ দুই তিনি দিন গৈ শিকাই আহিছিল। মৰমীৰ মাকে টিউচন ফিজৰ কথা উলিয়াইছিল; জয়ন্তৰ আপত্তি দেখি তেওঁ জোৰ কৰিবলৈ এৰি দিলে। পাছলৈ জয়ন্তই বুজিব পাৰিছে যে মৰমীহঁতৰ ঘৰৰ অৱস্থা সচ্ছল নহয়। টিউচন ফি দিব লগা হলে ঘৰখনত খোৱা পিন্ধাবে নাটনি হ'লহেঁতেন। ভাইৰ দেউতাক বুঢ়া হৈ আহিছে। তেওঁৰ পেঞ্চনৰ ধনেৰে পৰিয়ালটিৰ ভালদৰে খৰচ নোজোৰে। বিয়াৰ বহুত দিন পাছত মৰমী আৰু নীতুৰ জন্ম। মৰমী দিনক দিনে চন্দ্ৰকলাৰ দৰে বাঢ়ি আহিছে। নীতু কলেজ পোৱাই নাই। সিহঁতৰ ভবিষ্যৎ ভাবি দেউতাক আকুল; লৰা-ছোৱালীহালৰ বাবে যি কোনো ত্যাগ কৰিবলৈ তেওঁ সাজু। নিজে ক'ব নোৱাৰাকৈয়ে জয়ন্ত চৌধুৰী এই ঘৰখনৰ লগত জড়িত হৈ পৰিছে।

প্ৰথমতে মৰমী বৰ বা·চালী ছোৱালী আছিল। জয়ন্তৰ লগতো ভাই বং বহইচ. কৰিছিল। কিন্তু দিন যোৱাৰ লগে লগে জয়ন্তৰ লগত স্বাধীন ব্যৱহাৰ কৰিবলৈ ভাই সংকোচ বোধ কৰিবলৈ ধৰিলে, কথাবোৰ জুখি-মাখি কোৱা হ'ল, সামান্য মান অভিমানো কৰিবলৈ ধৰিলে। আপোন ভাৱত মগ্ন হৈ বোৱা বাবে জয়ন্তৰ চকুত এইবোৰ ধৰা নপৰিল। দিন যোৱাৰ লগে লগে মৰমীয়ে জয়ন্তৰ উপস্থিতি বেছিকৈ দাবী কৰিবলৈ ধৰিলে। কেৱল কলেজৰ পাঠ্যক্ৰমেই যে ইয়াৰ কাৰণ নহয়, অন্য আবেগিক কাৰণ আছে এই কথা জয়ন্তৰ মনলৈ নাহিল। ক্ৰমশঃ জয়ন্ত এই পৰিয়ালৰে এটা মানুহ যেন হ'ল;

তেওঁৰ অধিক সময় কমল হাজৰিকাৰ ঘৰতে পাৰ হ'বলৈ ধৰিলে।

এদিন গধূলি জয়ন্ত গৈ ওলোৱা সময়ত মৰমীয়ে ড্ৰইং ৰুমত বহি এখন আলোচনী পঢ়ি আছিল। তেওঁক দেখি তাই মাতিলে, "আহক, আজি পাঠ্য-পুথি নপঢ়ো। আজি কবিতা পঢ়িম" জয়ন্ত নিজে কবিতাৰ প্ৰতি অনুৰক্ত নহলেও মৰমীয় যে কবিতা পঢ়িবলৈ ভাল পায় এই কথাত তেওঁ কৌতুহল অনুভৱ কৰি ওচৰতে বহিল। কবিতাটো পঢ়ি মৰমীয়ে জয়ন্তৰ চকুলৈ চাই কলে, "আপুনি বৰ কৃপণ।" তাৰ পাছত তাই দৌৰি গৈ আপোন কোঠাত সোমাল।

যিটো অন্তৰংগতাৰ তাক কোনেও বাধা দিব নোৱাৰে। ডেকা-গাভৰুৰ পাৰস্পৰিক সাহচৰ্য, জয়ন্তৰ মৰম, মৰমীহঁতৰ ঘৰ-খনৰ সাৰল্য আৰু আন্তৰিকতা - এইবোৰৰ মাজত শুকানেও পাহি মেলিব। তেওঁৰ মনত বিষন্নতাৰ সৃষ্টি হ'ল। কাকো একো নোকোৱাকৈ তেওঁ শুচি আছিল।

ইয়াৰ দুদিন পাছত জয়ন্তই গৈ মৰমীক তেওঁৰ অতীত জীৱনৰ কাহিনী, ৰাজনৈতিক মত, অৰ্থনৈতিক দুৰৱস্থা আৰু বন্দনাৰ কথা এই সকলোবোৰ কৈ আছিল। মৰমীয়ে মাথোন শুনিলে আৰু মুৰ দুপিয়ালে।

সিদিনাৰ পাছত আজি দুমাহ ধৰি জয়ন্তই মৰমীহঁতৰ ঘৰলৈ যোৱা নাই।

## ॥ তিনি ॥

তেজপুৰ চহৰৰ একোণত অগ্নিগড় পাহাৰ। এই পাহাৰৰ কাষত চৰকাৰৰ ৰাজনৈতিক উপদেষ্টা দীলিপ ফুকনৰ চৰকাৰী বাসভৱন। তাৰ আগেদি লুংলুঙীয়া আলিবাটটো অঁকাই পকাই গৈছে। অনেক গ্ৰন্থ অধ্যয়ন কৰি আৰু ব্যক্তিগত অভিজ্ঞতাৰ মূৰত ফুকনে বুজিছে যে দহ বজাৰ পৰা পাঁচ বজালৈ সময়-বন্ধা দৈনন্দিন জীৱনত তেওঁৰ অনেক আদৰ্শ বিলাসিতাত পৰিণত হৈছে। এই সত্য জনাৰ পাছত তেওঁ নিজেকে অসুখী বোধ কৰিছে।

ৰাতিপুৱা। খিৰিকিৰে ঘৰৰ ভিতৰলৈ ৰ'দ সোমাই আহিছে। ওচৰে পাজৰে শৰৎকালৰ ফুলবোৰ এতিয়াও ফুলি আছে। চৰাই এজাক আকাশেদি উৰি গল। সম্মুখৰ গছৰ ডালত এটা কেৰ্কেটুৱা জপিয়াইছে। খিৰিকিৰে দূৰলৈ চাই দীলিপ ফুকনৰ মনত খেলালে যে ইতিমধ্যে বহুত পৰিবৰ্তন হৈ গৈছে। যোৱাকালিৰ ৰেডিঅ'ৰ বাতৰিৰ পাছত সকলো দৃশ্য এক যেন হৈও স্বৰূপার্থত একে নহয়। তেওঁ যি নিস্তৰংগ জীৱন কল্পনা কৰিছিল, সেই জীৱন আৰু নাই।

এনেতে জয়ন্ত চৌধুৰী তেওঁৰ ঘৰলৈ আহিল। ফুকনে মাতিলে, "আহা, আহা। টোপা কাঁড়টোৰ দৰে বেগেৰে আহিছা। কাৰণটো বুজিছোঁ। কালি গধূলিৰ ৰেডিঅ'ৰ বাতৰিয়ে তোমাক টানি আনিছে। নহলে তোমাৰ খা-খবৰ পাবলৈ টান।" জয়ন্তই ঘৰলৈ সোমাই আহি চকী এখন টানি লৈ বহি ক'লে, "কথাটো সঁচা। আৰু কিবা বাতৰি আছে নেকি?" ফুকনে ক'লে, "বুজিছা, আমি বৰ টোপনি-গধুৰা। আমি ভাবি নাচাওঁ যে, টোপোলা-কটা হাবিৰ দৰে আমি আলগ হৈ থাকিব নোৱাৰোঁ। পৃথিবীৰ মূল সোঁতটোৰ লগত ঘূৰিব নাজানিলে আমাৰ অৱস্থা

সোঁত নথকা মৰা নদীৰ দৰে হ'ব।" জয়ন্তই কোনো প্ৰত্যুত্তৰ নকৰিলে। ফুকনে ক'বলৈ ধৰিলে, "ফুকননীয়ে যুদ্ধৰ বাতৰি পায়েই আজি বাতিপুৱা কেইগৰাকীমান মহিলাক বিচাৰি গৈছে; উদ্দেশ্য: মহিলাৰ পিনৰ পৰা কিনো কৰিব পাৰি তাৰে চিন্তা চৰ্চা কৰাটো। আক্ৰমণৰ বাতৰিটোৱে সকলোকে সচকিত কৰি তুলিছে। মই নিজেও মিলিটাৰীৰ বিভিন্ন সূত্ৰৰ পৰা জানিবলৈ চেষ্টা কৰিছিলো; কিন্তু বিশেষ বিবৰণ পোৱা নাই। বাতৰি কাকতলৈ বাট চাব লাগিব। বাতৰি কাকতত আজি আকৌ সম্পূৰ্ণ খবৰ নাথাকিবই।" চুকাপ কফি দিবলৈ তেওঁ লগুৱাটোক ইংগিত দিলে।

জয়ন্তই কলে, "বাহিৰ বিশ্বক আমি যিটোকেই নকওঁ কিয়, এই আক্ৰমণ সম্পৰ্কে আমাৰ ধাৰণা কি? আমি মানুহ চিনি পোৱা নাছিলোঁ নে?" ফুকনে ক'লে, 'এনেবোৰ কথা ময়ো ভাবি চাইছোঁ। এইবোৰ প্ৰশ্নৰ উত্তৰ পালেহে আমি সাজু হ'ব পাৰিম, চীনাসকলক প্ৰতিৰোধ কৰিব পাৰিম শুই থকা সিংহক কোনেও জয়মাল্য নিদিয়ে, এই কথাটো আমি জনা উচিত।"

জয়ন্তই এইবাৰ ক'লে, 'যুদ্ধ এখন হব। হয়তো যুদ্ধখনে প্ৰবল আকাৰ ধাৰণ নকৰিবও পাৰে। কিন্তু আমি এতিয়া এটা সাংঘাতিক প্ৰশ্নৰ মুখামুখি হৈছো: শান্তিময় সহ অৱস্থান সম্ভৱ নে? আমি বোধহয় এই বিষয়ে এবা ধৰা নীতিহে অৱলম্বন কৰিব লাগিব।"

ফুকনে ক'লে, "যুদ্ধ আহিছেই। সমস্যাটো বৰ ইণ্টাৰেষ্টিং হ'ব। বিভিন্ন দিশৰ পৰা যুদ্ধখন আমি চাব লাগিব। আমাৰ জানিব লগীয়া, এনেকি নিজকে বুজাব লগীয়া বহুত কথা আছে।"

লগুৱাটোৱে চুকাপ কফি দি গ'ল। ফুকনে ক'লে "খোৱা"। দুয়ো কফিৰ কাপ হাতত তুলি ললে। জয়ন্তই সম্বিৎ ঘূৰাই পোৱা মানুহৰ দৰে আকৌ ক'লে, "আমাৰ নিজকে বুজাব লগীয়া বহুত কিবাকিবি আছে।" জয়ন্তৰ এনে স্বগতোক্তিৰ

লেখীয়া কথাবাৰ শুনি ফুকনে কৰিব কাপৰ পৰা মূৰ তুলি চালে। তেওঁ জানে, কাছই বুকুত হাতভৰি লুকুওৱাৰ দৰে জয়ন্তই নিজৰ মনৰ মাজত আপোন অস্তিত্ব হেৰুৱায়; যেন জয়ন্তৰ মনৰ মাজত বাট হেৰুওৱা ঘূপ ঘূপীয়া এন্ধাৰ। জয়ন্তই সুধিলে, "তোমাৰ অফিছলৈ যাবৰ হলেই, নহয়নে?

"হ'ব লাহে লাহে। অলপ বহা। একেলগে ওলাই যাব পাৰিমন। আৰু এটা কথা মোৰ গতিবিধি সকলোৱে নাজানে। মোৰ ষ্টেনোগ্ৰাফাৰ মমতাজ আলিৰ পৰা জানি লবা।"

"মই এতিয়া যাওঁ। পাছত তোমাৰ লগত সাক্ষাৎ কৰিম" জয়ন্ত উঠিল ফুকনে টেবুলৰ ওপৰৰ ছখনমান আলোচনী যতনাই থবলৈ ধৰিলে। জয়ন্তই খিৰিকিৰে চালে। ওচৰৰ গছ এজোপাৰ ডাল-পাতত এটা কেৰ্কেটুৱাই জপিয়াই আছে। সি বোধহয় জনা নাই স্থিৰ হৈ থাকিব নো ক'ত? যুদ্ধৰ আগমনীবাৰ্ত্তা আ হুছে। মানুহবোৰ স্থিৰ হৈ থাকিব ক'ত?

ফুকনে কওঁ নকওঁ কৈ ক'লে, "তোমাৰ ছাত্ৰীৰ খবৰ পোৱানে?"

"মৰমীৰ?"

"তুমি বহুদিন খবৰ লোৱা নাই নেকি?"

"তেওঁলোকৰ ঘৰলৈ আজি অনেকদিন ধৰি যাব পৰা নাই।" জয়ন্তই ক'লে।

'পৰহি সেইপিনে যাওঁতে কমল হাজৰিকাৰ ঘৰত সোমাই আহিছিলোঁ। তেওঁ ক'লে যে মৰমীৰ এটা সামান্য এক্‌চিডেণ্ট হৈছিল। এতিয়া চিন্তাৰ একো কাৰণ নাই; সুস্থ হৈ উঠিছে। তুমি এবাৰ খবৰ লোৱাটো উচিত বুলি ভাবোঁ।

জয়ন্তই হঠাৎ উত্তেজিত হৈ কলে, "মৰেই বা কি কৰিব পাৰোঁ?"

"তুমি পঢ়ুৱাবলৈতো যাবাই।"

"চাওঁচোন কি কৰিব পাৰোঁ।" জয়ন্তই প্ৰসঙ্গটোৰ পৰা কালবি কাটিলে। তেওঁৰ মনত দ্বিধা-দ্বন্দ উপস্থিত হ'ল। মৰমীৰ সম্পৰ্কত তেওঁ একে সময়তে দুটা অনুভূতিৰ সম্মুখীন হৈছে। তেওঁ অনুভৱ কৰিছে এটা বিৰোধী শক্তি—মৰমীৰ মুখামুখি হোৱাৰ কোনো প্ৰয়োজন নাই; আনহাতে একে সময়তে তেওঁ বুজিছে: মৰমীৰ ওচৰত তেওঁৰ অন্তৰতম প্ৰতিশ্ৰুতি এই বুলি বিদ্যমান যে তেওঁ তাইৰ-ভাল-বেয়া, সুখ-দুখৰ অব্যক্ত অংশীদাৰ। বিৰোধ আৰু প্ৰতিশ্ৰুতি এই দুই ভাৱৰ অবিয়া অবিত তেওঁ জৰ্জৰিত হৈছে।

ফুকনে আকৌ ক'লে, "তুমি এবাৰ খবৰ লোৱাটো ভাল।"

ফুকনক সন্তুষ্ট কৰাৰ কোনো যুক্ত জয়ন্তই বিচাৰি নাপালে। কিন্তু তেওঁৰ অন্তৰৰ অব্যক্ত প্ৰতিশ্ৰুতিয়ে তেওঁক এইবুলি সজাগ কৰিবলৈ ধৰিলে যে মৰমীৰ ওচৰলৈ তেওঁ এবাৰ যোৱা উচিত। জয়ন্তই আশ্বাস দিলে, 'তোমাক কথা দিলো, মই তেওঁৰ খবৰ লবলৈ যাম।"

জয়ন্ত ওলাই আহি ৰাজপথ পালেহি। বেলি ওপৰলৈ উঠি আহিছে। মানুহৰ সমাগম হৈছে। ডাক বঙলাৰ কাষেদি গৈ তেওঁ নেহৰু ময়দানৰ ওচৰ পালে। ময়দানত বক্তৃতা-মঞ্চ তৈয়াৰ হ'ব ধৰিছে। বোধহয় দিল্লীৰ পৰা কোনোবা নেতা আহিব; অথবা আগানশাৰ ৰেডিঅ'ৰ বাতৰিৰ আধাৰত কোনোবা স্থানীয় নেতাই বক্তৃতা দিব। নেহৰু ময়দানৰ পৰা কালবি কাটি কিছুদূৰ যোৱাৰ পাছতেই তেওঁ অধ্যাপক যামিনী চেটাৰ্জিক লগ পালে। চেটাৰ্জিয়ে কলেজত বাতিপুৱাৰ অধ্যাপনা শেষ কৰি ঘৰলৈ ঘূৰিছিল। চেটাৰ্জিয়ে সুধিলে, "যুদ্ধৰ কিবা বাতৰি পালেনে?"

'নতুন খবৰ একো নাই " জয়ন্তই কলে।

চেটাৰ্জিয়ে উৎসাহিত হৈ ক'লে, "পাবলৈ নতুন খবৰ কি থাকিব বাৰু? এই সকলোবোৰ ভেকো-ভাওনা মাথোন বিজ্ঞানৰ

এই অগ্রগতিৰ যুগত ভাওৰ যুদ্ধ বা মহাসমৰ অসম্ভৱ। সক স্থুৰা যুদ্ধ হৈ থাকিব পাৰে।"

জয়ন্তই উলটি প্ৰশ্ন কৰিলে, "চীনা সকলৰ উদ্দেশ্য কি ?"

"সেয়েই মূল প্ৰশ্ন। কালি বহু ৰাতিলৈ জাগি চীনৰ ইতিহাস আৰু চীন ভাৰত সম্পৰ্কৰ বিষয়টো মই পঢ়াশুনা কৰিলোঁ। এই প্ৰশ্নটোৰ উত্তৰ ক'তো নাই।" চেটাৰ্জিয়ে ক'লে।

দুয়ো খোজ ললে। চেটাৰ্জিয়ে আকৌ ক'লে, "আজ ৰাতি-পুৱাতেই জয়চন্দ্ৰনক লগ পাইছিলোঁ। মই তেতিয়া কলেজলৈ গৈ আছিলোঁ। তেওঁ ওচৰৰ ভগা মন্দিৰবোৰ চাই ঘূৰিছে। ক'ৰবাত এডোখৰ ভগা ইটা বা শিল দেখিলেই প্ৰত্নতত্ত্বই উক্ দি উঠে। বেংকত হিচাপ পত্ৰৰ কাম কৰি তেওঁ কি প্ৰত্নতত্ত্ব কৰিবহে !"

জয়ন্তই হাঁহি ক'লে, "আপোনালোক অধ্যাপক সকলে কেৱল নিজকেহে এইবোৰ কামৰ বাবে উপযুক্ত বুলি ভাবে।"

"আমাৰ সুবিধা আছে। আমি এটা লাইব্ৰেৰী পাওঁ।"

"লাইব্ৰেৰী তেওঁ পোৱাতো একো বাধা নাই।"

চেটাৰ্জিয়ে আলোচনাটো ভাল নাপালে। তেওঁ আকৌ চীনৰ আক্ৰমণৰ কথা উলিয়ালে, "এই আক্ৰমণৰ কোনো অৰ্থ নাই। মই পুথি-পাঁজি ঘাটি পাইছোঁ : ই মাৰ্ক্সৰ অন্তৰ্নিহিত নীতিৰ পৰিপন্থী।"

জয়ন্তই বাধা দি ক'লে "এইবোৰ থিয়ৰীৰ মাজলৈ মই যাব নোখোজোঁ। ৰেষ্টোৰাত কাট্‌লেটত কামোৰ দি এনে আলোচনা কৰা যায়। আলিবাট এই আলোচনাৰ বাবে নিশ্চয় উপযুক্ত ন'হব।"

ওচৰেদি দুখনমান চাইকেল বিক্‌শ্ব পাৰহৈ গ'ল। এনেদৰে, অলপ দূৰ যোৱাৰ পাছত চেটাৰ্জিয়ে মাত দিলে, 'আপুনি আমাৰ ঘৰ দেখা নাই। সৌ গলিটোৰে দুনলমান গলেই আমাৰ ঘৰ।"

"যেতিয়া সময় নবহুৱায় তো ?"

"আপোনাৰ খুচি মতে গুছি আহিব পাৰিব। ধৰি নাৰাখোঁ।"

জয়ন্তই ৰিকক্তি নকৰিলে।

চেটাৰ্জিৰ ঘৰৰ সন্মুখৰ নাৰিকল গছ দুজোপাই আকাশ খিয়াইছে। পোৰ্টিক'ৰ ভিতৰলৈ সোমাই গৈ জয়ন্তই অনুভৱ কৰিলে যেন তেওঁ এখন ছোঁ-ঘৰত সোমাইছে। বেৰত কেৰাখনো ৰঙীণ চিত্ৰাংকণ।• মুগ্ধ জয়ন্তৰ মুখৰ পৰা ওলাই পৰিল,- "কি সুন্দৰ।"

চেটাৰ্জিয়ে লাজ পোৱাৰ নিচিনাকৈ ক'লে "এনে চিত্ৰাংকণ আৰু আছে। চাব নেকি? আমাৰ ঘৰত চেৰ মানুহ। সকলো সময়তে হুলস্থুল লাগিয়েই থাকে। কেচুৱাৰ থুমুক-থানাক মাতৰ পৰা বুঢ়ী আইৰ কৰ্কশ গালিবোৰকে ধৰি মুঠতে ইয়াত একুৰি চাৰি ঘণ্টা কেৱল শব্দ তৰংগ। ব'লক মোৰ কোঠালৈ যাওঁ। তাত আৰু কিছুমান চিত্ৰ দেখিবলৈ পাব।"

জয়ন্তই মন্ত্ৰমুগ্ধৰ দৰে চেটাৰ্জিৰ পাছে পাছে গ'ল। চেটাৰ্জিৰ কোঠাটোত অজস্ৰ চিত্ৰ। কেতবোৰ বেৰত আঁৰি থোৱা আছে; বিছনাত কেতবোৰ পৰি আছে। টেবুলত হৰেক ৰকমৰ কিতাপ আৰু ছবি। খিৰিকিৰ কাষত এখন ইজেল্। জয়ন্ত অবাক হ'ল। তেওঁ কল্পনা কৰাও নাছিল যে চেটাৰ্জি এগৰাকী শিল্পী। তেওঁ চেটাৰ্জিৰ পৰা কোনো ইংগিত নোপোৱাকৈয়ে বিছনাৰ কাষৰ চকীখনত ধপৰাই বহিল। তেওঁ জানে চেটাৰ্জি অবিবাহিত; চেটাৰ্জিৰ আকৰ্ষণ কেৱল ইতিহাসেই বুলি তেওঁ জানিছিল। তেওঁৰ আজিৰ অভিজ্ঞতা নতুন। তথাপি তেওঁ আশ্বস্ত হবৰ কাৰণে সুধিলে, "এইবোৰ আপুনিয়েই আঁকিছেনে?" "মোৰ দুৰ্বলতা।" চেটাৰ্জিয়ে নম্ৰভাৱে ক'লে। হঠাৎ স্বভাৱ সিদ্ধ ৰসিকভাবে তেওঁ আকৌ ক'লে, "এইবোৰ সকলো মিছা, বুজিছেনে? ছবি আঁকিলেই মানুহ আৰ্টিষ্ট হৈ নুঠে। মই শিল্পী-টিল্পী একে নহওঁ। ভুল নকৰিব।

জয়ন্তই বুজিলে, চেটোর্জিৰ হাস্য-পৰিহাসপ্ৰিয় মনটোৰ ভিতৰত আৰু এটা মন আছে। সেই মনটো কৰুণা আৰু কল্পনাৰে পূৰ। তাত সহজ সন্তুষ্টিৰ অভাৱ। তেওঁ ক'লে "মই শিল্পীক ভাল পাওঁ। কিন্তু শিল্প সম্বন্ধে মোক একো সুধুধিব। মোৰ কোনো একাডেমিক্ জ্ঞান নাই।"

চেটাৰ্জিয়ে বিছনাৰ পৰা চিত্ৰ এখন আঁতৰাই বহি ক'লে "মই ছবি আঁকো বুলি খুব কম মানুহেহে জানে। এই গোপনীয়তাত মোৰেই লাভ। চিত্ৰাংকণ কৰাৰ মাজত মই কিবা এক মুক্তি অনুভৱ কৰোঁ। এটা পুৰণি পৰিয়ালত জন্ম গ্ৰহণ কৰিও মই ঈশ্বৰত বিশ্বাস ৰাখিবলৈ শিকিব নোৱাৰিলোঁ। ঈশ্বৰৰ ওচৰত আত্ম সমৰ্পণ কৰিব পৰা যুক্তি আৰু মানসিক প্ৰস্তুতিৰ অভাৱত মই শিল্পকেই আকোঁৱালি লৈছোঁ। আপুনি ক'ব পাৰে শিল্প মোৰ বাবে ঈশ্বৰ বিকল্প।"

জয়ন্তই কেতিয়াও শিল্প বা সংগীতক ঈশ্বৰৰ বিকল্প বুলি ভবা নাই। তেওঁ জানে যে ঈশ্বৰ আছে, শিল্প আছে, সংগীত আছে; ঈশ্বৰ এই সকলোবোৰৰ সমাহাৰ নহয়। ঈশ্বৰত বিশ্বাস ৰাখিব নোৱাৰিলে জীৱনত নিকদ্বেগ চাল-চলন সম্ভৱ নহয়।

চেটাৰ্জিয়ে আকৌ ক'লে, "মই ইতিহাসৰ ভক্ত; কিন্তু চিত্ৰৰ মাজতহে মই সান্ত্বনা পাওঁ। মোৰ বাবে চিত্ৰাংকণতেই মুক্তি। চিত্ৰ সম্পৰ্কে আলোচনা কৰিবলৈ মই কাকো লগ নাপাওঁ। যোৱাকালি গধূলিৰ আলোচনাবোৰ মনত পেলাই আপনি হয়তো ভাবিব, মই দুই ৰকমৰ জীৱন যাপন কৰিছো: এহতে পুৰণিক নেওচি নতুন সৃষ্টি আৰু সভ্যতাৰ বাবে উৎসাহ; আনহাতে প্ৰকৃতিৰ পৰম গোপনীয়তাৰ মাজত সান্ত্বনা আৰু আশ্ৰয়। এনে দ্বৈত ভাৱৰ ফলত মই বহু সময়ত মনস্থিৰ কৰিব নোৱাৰোঁ।"

জয়ন্তই ভাবিলে, চেটাৰ্জিয়ে যিবোৰ কথা কৈছে, সেইবোৰ সকলো মানুহৰ ক্ষেত্ৰতে কম বেছি পৰিমাণে প্ৰযোজ্য। তেওঁ ক'বলৈ একো বিচাৰি নাপাই ক'লে, "চীনে আমাক আক্ৰমণ কৰিছে। আমি তেওঁলোকৰ চিত্ৰ কলাৰ মাজত এই উৎপাতৰ কাৰণ বিচাৰি পাব পাৰোঁ। চিত্ৰকলাৰ ইতিহাস এটা জাতিৰ ইতিহাসৰেই আন এটা ৰূপ।''

চেটাৰ্জিয়ে মূৰ জোকাৰি ক'লে "সেইবোৰত যি বিচাৰি পাম সিও পুৰণি আচাৰ হে। সকলো ইতিহাসৰ মূল বক্তব্য একেটাই। এই বক্তব্য হল—গতিৰ বাহিৰে অন্য বিকল্প নাই। এই আক্ৰমণৰ ফলাফল, মোৰ বোধেৰে টন্নাং বোলা ঠাই পোৱাৰ আগেয়েই ঘোষিত হ'ব পাৰিব, অথবা এনে হ'ব যে ধোলা আৰু বাম্‌লা পাৰ হৈ তেওঁলোক এখোজো আহিব নোৱাৰিব। মাথোন আমাৰ মানুহৰ মন নৈৰাশ্য আৰু উদ্বিগ্নতাৰে পূৰ হৈ থাকিব। মই এতিয়াই স্থিৰ কৰি থৈছোঁ যে যুদ্ধ যিমান দিনলৈ চলে তিমান দিনলৈ মই ছবি অঁকাতেই মনপুতি লাগিম। অস্থিৰ মনটোত স্থিৰতা আহিব।"

জয়ন্তই বুজি পালে যে চেটাৰ্জিয়ে পলায়নবাদী মনোবৃত্তি লৈছে। এনে মনোবৃত্তি কাৰো উপকাৰত নাহে। তেওঁ এই সম্পৰ্কত মন খুলি চেটাৰ্জিক একো নজনালে; তেওঁৰ মনৰ প্ৰতিক্ৰিয়া জানিব পাৰিলে চেটাৰ্জিয়ে দুখ পাব। অথচ চেটাৰ্জিৰ মন সম্পূৰ্ণ আধুনিক। তেওঁৰ এই আধুনিকতা ক'ৰবাত ছিন্নমূল। জয়ন্তই ক'লে, "মোক ধৰি নাৰাখে বুলি আপুনি কথা দিছিল। এতিয়া মোক যাবলৈ দিয়ক। আন এদিন আহি দীঘলীয়া আলোচনা কৰিম। সাজু হৈ থাকিব।" চেটাৰ্জিয়ে তেওঁক জোৰ নকৰিলে। গেটৰ ওচৰলৈ আগবঢ়াই দি তেওঁ ক'লে, "আকৌ আহিব বুলি যে কথা দিছে, সেইটো মনত ৰাখিব।"

জয়ন্তই চেটাৰ্জিৰ ঘৰৰ পৰা আহি প্ৰধান আলিবাট পায়েই ঘৰলৈ খোজ ললে। বেলি আগুৱাই আহিব ধৰিছে। তেওঁৰ মনত পৰিল যে দীলিপ ফুকনে মৰমীৰ ঘৰৈ যাবলৈ তেওঁক অনেক অনুৰোধ কৰিছিল। চেটাৰ্জিয়ে লগ নোপোৱা হলে হয়তো তেওঁ ইমান পৰে গ'লহেঁতেন। কিন্তু এতিয়া মৰমীক লগ পাবলৈ তেওঁ অনিচ্ছুক হৈ পৰিল। জীৱনত সমস্যাবোৰ বাঢ়িহে যাব ধৰিছে। সমস্যা বঢ়াই কি লাভ, এনে ধৰণৰ প্ৰশ্নই তেওঁৰ মনত ঠাই ললে।

অধ্যাপক যামিনী চেটাৰ্জিৰ লগ এৰি আহি যেতিয়া জয়ন্তই ঘৰ পালেহি তেতিয়া এক বাজি গৈছে। তেওঁ গা পা ধুই ভাত-পানী খাই জিৰণি ললে। কিন্তু টোপনি নাহিল। বাৰে বাৰে দীলিপ ফুকনে কোৱা কথ বোৰ তেওঁৰ মনত খেলিবলৈ ধৰিলে: মৰমীৰ খবৰ ভাল নহয়; তাই এটা দুৰ্ঘটনাত পৰিছিল। কি দুৰ্ঘটনা ফুকনে তেওঁক নকলে। তেওঁ দোধোৰ-মোধোৰত পৰিল। তেওঁ নিজকে প্ৰশ্ন কৰিলে, তেওঁ নিজৰ প্ৰতি সৎ আৰু আন্তৰিক নে? তেওঁ নিজেকে বুজিছে নে বা আনক বুজিবলৈ তেওঁ চেষ্টা কৰিছেনে? তেওঁ কিমান ত্যাগ কৰিবলৈ সাজু? ত্যাগ কৰিবলৈ তেওঁৰ নো কি আছে? তেওঁ নিজকে ঠগিছে নেকি? স্বৰূপাৰ্থত তেওঁৰ চৰিত্ৰৰ ভেটি সুদৃঢ় নে? তেওঁ নিজৰ প্ৰতি সৎ আৰু আন্তৰিক হলেহে আনৰ প্ৰতি বিশ্বস্ত হ'ব পাৰিব। তেওঁ মৰমীৰ দিশটো ভাবি চাইছে নে? প্ৰশ্নবোৰে তেওঁক থকা-সৰকা কৰিবলৈ ধৰিলে।

তেওঁ মৰমীক অপোন অতীতৰ কথা আৰু বন্দনাৰ কথা কৈছে; নিশ্চয় তাইৰ মাক দেউতাকে এতিয়া এইবোৰ জানিছে। সামান্য দুৰ্ঘটনাৰ অজুহাত লৈ তেওঁ আকৌ মৰমীৰ ওচৰলৈ

যাবনে? তেওঁ কুকনৰ অনুৰোধ মৰখাটোকেই স্থিৰ কৰিলে।
এইবোৰ চিন্তা কৰি থাকোঁতে জয়ন্তৰ টোপনি আহিল। তেওঁ টোপনিৰ পৰা যেতিয়া সাৰ পালে তেতিয়া বেলিৰ শেষ ৰহন বোৰে গছৰ আগবোৰ চুঁইছে। লগুৱা দৰ্পবাহাদুৰে আহি ক'লে, কমল হাজৰিকাৰ ল'ৰা নীতু আহিছিল; তেওঁ শুই থকা বাবে নজগালে। নীতুৱে লিখি থৈ যোৱা চিঠি এটুকুৰা দৰ্পবাহাদুৰে তেওঁৰ হাতত দিলে। নীতুৱে লিখিছে:

"জয়ন্ত দা

আপুনি আমাৰ ঘৰলৈ বহুত দিন অহা নাই বাবে আপোনাক মায়ে মাতিছে!

চিঠিৰ টুকুৰাটো পঢ়ি জয়ন্ত চৌধুৰীয়ে কৰ্ত্তব্যৰ দিশটো চিন্তা কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰিলে। প্ৰেমৰ দ্বাৰা যিটো সম্ভৱ নহয়, শ্ৰদ্ধাৰ দ্বাৰা সিটো সম্ভৱ। জয়ন্তই মৰমীৰ মাকক শ্ৰদ্ধা কৰে, তেওঁক দেখিলেই হেৰোৱা মাকৰ কথা মনত পৰে, সককালৰ স্মৃতিয়ে উক্ দিয়ে। মৰমীৰ মাকে মাতিছে, এই বাতৰি পোৱাৰ পাছত তেওঁৰ আগৰ সিদ্ধান্তৰ বল পৰি আহিল। তেওঁ পুনৰাই স্থিৰ কৰিলে যে মাকে মাতিছে বাবে তেওঁ এবাৰ যাব।

॥ চাৰি ॥

কমল চন্দ্ৰ হাজৰিকাই থিয় হৈ ইলেকৃট্ৰিক্‌ লাইটৰ খাল্‌বৰ ঠিক তলত বাতৰি কাকতখন পঢ়িবলৈ চেষ্টা কৰি আছিল। জয়ন্তক দেখি তেওঁ ক'লে, "ঠিক সময়তে আহিছা বোপা। মই কাৰোবাক সোধোঁ বুলিহে ভাবি আছিলোঁ। উত্তৰপূৰ সীমান্তত চীনাসকলে আকৌ বোলে প্ৰবেশ কৰিছে। আমাৰ পহৰাদাৰী চকি অৱৰোধ কৰিছে। বাতৰি কাকতৰ পৰা বিশেষ একো বুজি নাপালোঁ।"

জয়ন্তই ক'লে, "আজিও বাতৰি কাকতত সবিশেষ দিয়া নাই। ৰেডিঅ'ত সম্পূৰ্ণ খবৰ অহা নাই। অহাকালি মানে ভালদৰে জানিব পৰা যাব। অৱশ্যে মানুহে পিকিং অষ্ট্ৰেলিয়া আদি সকলো ৰেডিঅ'ৰ বাতৰি ল'বলৈ চেষ্টা কৰিছে।"

"বাৰু বোপা বহা।" জয়ন্তক বহিবলৈ দি ভিতৰৰ পিনে চাই তেওঁ মাতিলে, "নীতু, অ' নীতু?"

নীতু আহি ওচৰ চাপিল।

'যাচোন জয়ন্ত বোপা আহিছে বুলি মাৰক কগৈ"। নীতুক নিৰ্দেশ দি হাজৰিকাই আকৌ বাতৰি কাকতখনত চকু দিলে।

জয়ন্তই মৰমীৰ কথা ভাবিলে। তাই ওলাই আহিব নে নাহে এনে চিন্তা এটা তেওঁৰ মনলৈ আহিল। তেওঁৰ কথাত মৰমীয়ে আঘাত পাইছে। সেই আঘাত সহজে নিৰাময় হোৱা টান। মৰমীৰ লগত তেওঁৰ সম্পৰ্ক ছাত্ৰী আৰু শিক্ষকৰ। কিন্তু সেই সম্পৰ্কৰ জপনা পাৰ হৈ তাই ভুল কৰিছে। ভুল কৰি অনিচ্ছাকৃত আঘাত তাই আপোন গা লৈ চপাই লৈছে।

মৰমীৰ মাক কোঠালীলৈ সোমাই অহাৰ লগে লগে জয়ন্তৰ ধ্যানভংগ হ'ল।

"ইমান দিন যে অহা নাছিলা?" মৰমীৰ মাকে সুধিলে।

"সময় পোৱা নাছিলোঁ।"

"মৰমীৰ কথা শুনিছা?"

'দীলিপ ফুকনৰ পৰা অলপ জানিছোঁ।"

মৰমীয়ে মোৰ লগত কাজিয়া কৰি ট্ৰাকৰ আগত পৰিছিল গৈ। বুজিছা, বিধাতাই মোৰ কপালত সুখ লেখা নাই। সকলো কথাত ছোৱালীজনীৰ জেদ্। দিনে দিনে অবাধ্য হৈহে আহিছে। তুমিয়ে অলপ বুজাই ক'বাচোন। তাই ঘৰৰ ডাঙৰ ছোৱালী। তাই জানি বুজি নচলিলে ঘৰখনৰ শান্তি কোনে ৰাখিব!"

জয়ন্তৰ মনত ধাৰণা হ'ল যে মৰমীয়ে ইচ্ছা কৰি ট্ৰাকৰ আগত পৰাটো সম্ভৱ নহয়; তাইৰ নিচিনা মমতা ভৰা ছোৱালী এজনী ইমান জীৱন বিমুখ হ'ব নোৱাৰে। মৰমীৰ মাকে আকৌ ক'লে, "দেউতাকৰতো ঘৰখনৰ পিনে চকুৱেই নাই। সকলো দায়িত্ব যেন মোৰহে।"

কমল চন্দ্ৰ হাজৰিকাই নীৰৱে শুনি আছিল। তেওঁ মিচিকিয়াই হাঁহি ক'লে, "জয়ন্তৰ ওচৰত গোচৰ দিছা, দিয়া। তোমাৰ গোচৰ নিটিকে।"

মৰমীৰ মাকে একো প্ৰত্যুত্তৰ নিদি পাকঘৰলৈ গুচি গ'ল। হাজৰিকাই বহাৰ পৰা উঠি কলে, "জয়ন্ত বোপা, তুমি বহা। মই অলপ বজাৰ সামৰি আহোঁ। পলম হৈ গৈছে। নীতু, অ'নীতু?"

নীতু আহি ওলাল। তাক দেখিয়েই হাজৰিকাই ধমকৰ সুৰত কলে, 'হেৰৌ, ক'ত সোমাই আছিলি?"

"পঢ়িছিলোঁ।"

"পঢ়িছিলি নে আন বাহিৰা কিতাপকে চোৱাই আছিলি তাক দেখোঁতাই হে বুজিব। বাৰু যা, জোলোঙাখন লৈ আহ। বজাৰলৈ যাব লাগে। কি কি আনিব লাগে মাৰৰ পৰা জানি আহিবি।"

নীতুৱে ভিতৰৰ পৰা জোলেঙা আনি দিলে। কি কি

আনিব লাগে সি তাবো এটা হিচাপ দিলে। হাজৰিকা বজাবলৈ ওলাই গ'ল। তেওঁ যোৱাৰ লগে লগে নীতুৱে জয়ন্তৰ ওচৰ চাপি কলে, "মাই কৈছে যে শাসন কৰিবলৈ তেওঁ মোক আপনোৰ ওচৰত গতাই দিব।"

জয়ন্তৰ মনত হৰ্ষ-বিষাদ দুয়োটাৰে উদ্রে হ'ল। ইমান পৰ মৰমী ওলাই নহা বাবে তেওঁ ভালেই পাইছে। এই ঘৰখনে তেওঁক চেনেহৰ এনাজৰীৰে বান্ধিছে। তেওঁ এই বান্ধোন-টোকেই ভয় কৰি আছিছে। লাহে লাহে এই বন্ধন ছিগি যাব। মৰমী সুখী হ'ব; ঘৰখনেও উশাহ পাব। তেওঁৰ লগত কোনো সম্পৰ্ক নাৰাখিব। কিন্তু নীতুৰ কথাত আকৌ সেই মৰমৰ সাংকেতিক চিহ্নৰ উমান পাই তেওঁৰ মনত দুখ লাগিল। তেওঁ নহা হলেও ভাল আছিল, এনে চিন্তা টাও মনলৈ আহিল। যন্ত্রবৎ মিচিকিয়া হাঁহি এটা মাৰি তেওঁ ক'লে, "ভালেই হ'ব" জয়ন্তৰ মনোভাৱৰ প্ৰতি লক্ষ্য নকৰি নীতুৱে ক'লে, "একো ভাল নহ'ব। শেষত কোনে কাৰ শাসন মানিব লগাত পৰে, তাৰ হিচাপ পোৱা টান হ'ব।"

"হয়নে?"

'নিশ্চয়। মাৰ ধাৰণা, মই একেবাৰে অঘাইতং ল'ৰা হৈ পৰিছোঁ। মোৰ বোলে কোনো আশা নাই। ৰাতিপুৱা দেউতাৰ উপদেশ, দুপৰীয়া মাৰ উপদেশ, গধূলি বাইদেউৰ উপদেশ— সকলোবোৰ কাণ পাতি শুনো। ৰাতি নিজ উপদেশমতে সকলো পাহৰি শুই থাকো। ৰাতিপুৱা সেই একে কথাৰে পুনৰুক্তি। ইয়াৰ মাজত আপুনি নো মোক কোন সময়ত উপদেশ দিব?"

"তুমি সচাকৈয়ে দুষ্ট হৈছা।"

"ভাল কথা। ময়েই বেয়া। জয়ন্তদা, ভাল বেয়া দুয়ো বিধৰ মানুহ আছে কাৰণেই ভাল মানুহৰ ইমান সুখ্যাতি। সেই হিচা-পত বেয়া মানুহবোৰ কষটি শিল অৰ্থাৎ পৰশ-পাথৰ নহয় জানো?"

জয়ন্তই কিবা উত্তৰ দিয়াৰ আগেয়েই নীতুৰ মাক সোমাই

আহিল। তেওঁ অহাৰ লগে লগে নীতুৰ বক্তৃতাৰ সোঁত বন্ধ হৈ গ'ল। চাহৰ কাপটো আৰু লুচিৰ প্লেটখন টেবুলত থৈ তেওঁ জয়ন্তৰ পিনে আগবঢ়াই দি ক'লে, "খোৱা।"

মৰমী ওলাই অহাৰ আগেয়ে শুচি গলে অভদ্ৰতা দেখুওৱা হ'ব বুলি জয়ন্তই জানিছিল। কিন্তু ৰহি থাকিলে সমস্যা সহজ নহৈ জটিলহে হ'ব। এই কথাও তেওঁৰ মনত খেলালে।

মৰমী ওলাই নহাটো যাকবো চকুত পৰিছিল। তেওঁ নীতুক সুধিলে, "মৰমীয়ে কি কৰিছে?"

"শুই আছে বোধহয়।"

"আবেলি তাই ইফালে সিফালে ঘুৰিছিল। যা মাতগৈ।"

"মই কাকো মাতিব নোৱাৰোঁ। তুমিয়ে মাতাগৈ।"

"অবাধ্য ক'ৰবাৰ।"

বাধ্য হৈ তেওঁই মৰমীক মাতিবলৈ গ'ল। মৰমীৰ ওচৰলৈ গৈ তেওঁ ক'লে, "উঠ। জয়ন্ত আহিছে। শুই থকাটো বেয়া দেখায়। যা, মাত দেগৈ। মোৰ পাক ঘৰত কাম আছে।"

মৰমী ওলাই আহিল। মূৰটোত পাতলকৈ বেন্দেজ বন্ধা আছে। আগুৱাই আহি তাই চকী এখনত বহিল। নীতুৱে কিবা ক'বলৈ বিচাৰি বৈ গ'ল। তাৰ পাছত সি কিবা মনত পৰাৰ দৰে তাৰ নিজৰ কোঠালৈ খোজ ললে।

"তই ক'লৈ যাৱ?" মৰমীয়ে সুধিলে।

"চিঠি এখন লিখিবলৈ লৈছিলোঁ। লিখি শেষ কৰোঁ।" কৈ কৈ নীতু আঁতৰিল। অলপ সময় নীৰৱে পাৰ হ'ল। জয়ন্তই কলে, "মূৰটো কাটিছিল নেকি?"

"অলপ ছাল গৈছে।" মৰমীয়ে ক'লে।

"কিদৰে এক্‌চিডেণ্ট হ'ল?

"ক'ব পাৰিলে এক্‌চিডেণ্ট নহলহেঁতেন।"

"সেইটো ময়ো বুজোঁ। কিন্তু মাহাদেউৱে কোৱা কথাটোহে ভাবিছোঁ।"

"কি কথা ?"

"মৰমী, তুমি মোৰ আগত সঁচা কথা ক'বানে ?"

"লুকুৱাব লগা একো নাই।"

"তুমি ইচ্ছা কৰিয়েই · "

"তাৰ মানে ?"

"তুমি ইচ্ছা কৰিয়েই ট্ৰাকৰ আগত পৰিছিলা ? আপোন-ঘাতিনী হ'বলৈ বিচাৰিছিলা ?"

"মিছা কথা।"

"তেন্তে মাহীদেউৱে কিয় তেনেকৈ ভাবে ?"

মৰমীয়ে কথাবোৰ মনৰ ভিতৰতে জুকিয়াই লৈ অলপ চিন্তা কৰিলে। তাই কলে, "মাই তেনেকৈ ভাবে। বোধহয় দেউতাইও তেনেকৈ ভাবিছে। মোৰেই দুৰ্ভাগ্য।"

জয়ন্তই মৰমীৰ পিনে চাই ৰ'ল। তাইক অবিশ্বাস কৰিবলৈ তেওঁৰ সত্ নাযায়। তাই মিছা নকয়। তেওঁ কিবা কোৱাৰ আগেয়েই তাই আকৌ ক'বলৈ ধৰিলে, "সিদিনা মোৰ মনটো অলপ বেয়া বেয়া লাগি আছিল। তাতে মাই কিবাকিবি কৈ আছিল। এই ঘৰখনত মই এটা সমস্যাত পৰিণত হৈছোঁ। মনটো ভাল লাগিব বুলি অলপ ওলাই গৈছিলোঁ। অলপ দূৰ যোৱাৰ পাছতে ট্ৰাক এখনৰ আগত পাৰিলোঁ। বোধহয় অন্যমনস্ক হৈ পৰিছিলোঁ। ভাগ্যে বিশেষ একো নহ'ল।"

"কি কাৰণে কাজিয়া কৰিছিলা ?"

"কাজিয়া কৰা নাছিলোঁ। মই পৰীক্ষা নিদিওঁ বুলিছিলোঁ। সেইবাবে মা অসন্তুষ্ট হৈছিল।"

"পৰীক্ষালৈ বহুত দিন আছে। আগেয়ে টেষ্ট, তাৰ পাছতহে ফাইনেল।" জয়ন্তই ক'লে।

জয়ন্তৰ কথালৈ কাণ নিদি মৰমীয়ে ক'লে, "ঘৰখনৰ অৱস্থা দিনে দিনে পৰি আহিব ধৰিছে। সম্ভৱ হলে মই স্কুল এখনতে

সোনাৰ খোজোঁ। মাৰ আপত্তি।"

"তেখেতৰ আপত্তিৰ যুক্তি আছে।"

"হয়; সকলোৰে সকলো কথাৰে যুক্তি আছে। মোৰহে কোনো কথাৰে যুক্তি নাই। মোৰ চিন্তা-চৰ্চ্চাৰ যেন কোনো মূল্যই নাই।" তাইৰ কথাৰ সুৰ উত্তপ্ত।

"তুমি নিজেহে তেনেকৈ ভাবিছা।"

"আৰু আপুনি কিদৰে ভাবিছে?"

"মই? মই তোমাৰ বিষয়ে একোকে ভবা নাই।" জয়ন্তই অপ্ৰস্তুত হৈ উত্তৰ দিলে।

"এয়েই ভাল। ভাবিবলৈ আপোনাৰ বহুত কথা আছে, বহুত সমস্যা আছে। সামান্য ছোৱালী এজনীৰ কথা আপুনি ভাবিবলৈ যাব কিয়? মোৰ জীৱন মৰণত আপোনাৰ কি আহে যায়।"

মৰমীৰ এনে মন্তব্যৰ উত্তৰত ক'বলৈ জয়ন্তই একো বিচাৰি নাপালে। কিন্তু এইটো তেওঁ ভালদৰে বুজি পালে যে মৰমীৰ মনৰ নিভৃতত দ্বন্দ্ব উপস্থিত হৈছে। তেওঁ এতিয়া তাইৰ চিন্তাৰ জগতৰ এটা বৃহৎ অংশ। তেওঁ যাবলৈ ওলাল। তেওঁ ক'লে, "মৰমী, মই আজি যাওঁ, অলপ কাম আছে।"

"এতিয়াই?" মৰমী উঠি থিয় হ'ল।

"এতিয়াই। বেয়া নাপাবা।"

"মোৰ বেয়া পোৱা বা ভালপোৱাক জানো আপুনি মূল্য দিয়ে?" তাই ক'লে।

জয়ন্তই উচপ্ খোৱাৰ দৰে চকিত হৈ তাইৰ পিনে ভালদৰে চালে। তাইৰ পিন্ধনত কপাহী মেখেলা চাদৰ। চাদৰৰ পাৰি বেগুনীয়া বৰণৰ। দেহৰ পাতল শ্যামল বৰণৰ সৈতে পাতল বেগুনীয়া ৰঙৰ ব্লাউজটো সুন্দৰভাৱে মিলিছে। তাইৰ চকুজুৰি উজ্জ্বল ক'লা। তাই শান্তি বিচাৰিছে, কল্যাণ বিচাৰিছে তেওঁৰ পৰা। তেওঁ নিজেই শান্তি পোৱা নাই। তেওঁ ভাবিলে: তেওঁৰ অশান্তিময় জীৱনটোৰ লগত জড়িত হৈ তাই কি যে

যন্ত্ৰণা পাব, সেই কথা তাই নাজানে ; সেই কথাটো তাই জনা উচিত। তেওঁ ভাবিলে : তেওঁৰ অস্বাভাৱিক জীৱনটোৰ লগত জড়িত হৈ তাই কি যে যন্ত্ৰণা পাব, সেই কথা তাই নাজানে ; সেই কথাটো তাই জনা উচিত। তেওঁ ক'লে, "জীৱনৰ সমস্যাবলীৰ মই এজন পৰ্যবেক্ষক হে মাত্ৰ। অংশ গ্ৰহণ কৰিবলৈ চেষ্টা কৰিও মই পৰা নাই। মই এটা বৃত্তৰ বাহিৰৰ মানুহ। মোৰ পৰা তুমি কোনো ভৱিষ্যৎ আশা কৰাটো ভুল।"

নৱমীয়ে ক'লে, "ভৱিষ্যৎ আৰু বৰ্তমানকে লৈ মই বাচি আছো। কাৰো অতীতক লৈ মই মূৰ নঘমাওঁ।"

তৰ্ক কৰাটো অৰ্থহীন আৰু নিষ্প্ৰয়োজন বুলি জানি জয়ন্ত উঠিল।

"মোক পঢ়াবলৈ আপুনি আকৌ কেতিয়া আহিব ?" তাই সুধিলে।

"তুমি বোলে নপঢ়াই।"

"মই জানিব খুজিছোঁ, আপুনি কেতিয়াকৈ মোক পঢ়াবলৈ আহিব ?" তাই জয়ন্তৰ মুখলৈ চাই ক'লে।

যাবলৈ বুলি আগবাঢ়িব খুজিও জয়ন্ত থমকি ৰৈ গ'ল। নৱমীৰ চকুযুৰি চলচলীয়া হৈ উঠিছে। তাই কান্দিছে।

"তোমাৰ কি হৈছে, নৱমী ?"

তাই নিৰুত্তৰ। কিছু সময় নিমাত হৈ থাকি তাই সুধিলে, "এটা প্ৰশ্নৰ উত্তৰ দিবনে ?"

কি প্ৰশ্ন ?"

"আপুনি কেলেই মোৰ পৰা আঁতৰি ফুৰে ? মই কি এনে অপৰাধ কৰিছোঁ ?"

"মোৰ কাহিনী জনাৰ পাছত, বন্দনাৰ অকাল মৃত্যুৰ কথা জনাৰ পাছত, এইবোৰ চিন্তা তোমাৰ মনলৈ অহা উচিত নহয়। চোৱা, মই এজন বেকাৰ ; নতুন সমাজ-ব্যৱস্থাৰ মই সপোন দেখোঁ,

কিন্তু সেই সমাজ কিদৰে আহিব সেই সম্পৰ্কে মোৰ কল্পনা অৰ্থহীন। মই হাঁ-ভুই খেদি ফুৰিছোঁ। মোৰ কথা এৰি পেলোৱা।"

"মই কৈছোৱেই, কাৰো অতীতক লৈ মই মূৰ নঘনাওঁ।"

জয়ন্ত নীৰৱ হৈ ৰ'ল।

মৰমীয়ে আকৌ ক'লে, "স্বীকাৰ কৰক যে আপুনি মোক ঘিণ কৰে, যেয়া, পায়, মোৰ উপস্থিতিত আপোনাৰ অসহ্য বোধ হয়।"

জয়ন্তই উত্তৰ নিদিলে। তাই চকুযুৰি চাদৰৰ আগেৰে মচি পেলাই ক'লে, "মাই ভাবিছে মই আপোনাক অপমান কৰিছোঁ সেইবাবে আপুনি এতিয়া আমাৰ ঘৰলৈ নাহে। কি কাৰণত আপুনি মোৰ ওপৰত এনে প্ৰতিশোধ লৈছে?"

"প্ৰতিশোধ? তুমি এইবোৰ কি কৈছা মৰমী? মোৰ পিনৰ পৰা যে কাৰণ আছে তুমি জানাই। এই ঘৰখনত মই এটা অমিল। মোৰ উপস্থিতি তোমাৰ বাবে মঙ্গলজনক নহবও পাৰে।

জয়ন্তৰ কথা শুনি মৰমীয়ে হঠাৎ উত্তেজিত হৈ ক'লে, "কব নালাগে, মই বুজিছোঁ। ছিঃ সামান্য কথা এটা স্বীকাৰ কৰিবলৈকো আপোনাৰ সৎ সাহস নাই।"

"ইয়াত কোনো সৎ সাহসৰ প্ৰশ্ন নাই, মৰমী।"

'আপুনি আত্ম প্ৰবঞ্চনা কৰিছে। জীৱনটোলৈ জুৱা খেলা মানুহ এজনৰ প্ৰতি মোৰ কোনো দুৰ্বলতা নাই।"

"মৰমী!"

"ধমকিৰ সুৰত কথা নক'ব। মই কেচুৱা ছোৱালী নহওঁ। মই সকলো বুজোঁ।

জয়ন্তই যাবলৈ খোজ আগবঢ়ালে। মৰমীয়ে আগবাঢ়ি আহি ক'লে, "মোৰ অনুৰোধ মাক মাত লগাই যাওক। নহলে মাই মোকেই আকৌ দোষাৰোপ কৰিব।" তাই দৌৰি আঁতৰি গ'ল। জয়ন্তই পাকঘৰৰ দুৱাৰ মুখলৈ আহি মৰমীৰ মাকক মাত লগাই ওলাই আহিল।

আলিবাটত মানুহৰ সমাগম পাতলিছে। ৰাতি ঘন হৈ আহিছে। জয়ন্তৰ মনতো চিন্তাৰ পৰিধি বাঢ়ি আহিল। ছোৱালী-বোৰে সেই তাহানিৰ অতীতৰ দিনৰে পৰা মহাভৈৰৱীৰ মন্দিৰত পূজা দি উপযুক্ত স্বামী বিচাৰি প্ৰাৰ্থনা জনায়। মৰমীয়ে মহাভৈৰৱীৰ মন্দিৰত পূজা দি কি প্ৰাৰ্থনা জনায়, তেওঁ নাজানে। তেওঁৰ মনত কোনো সন্দেহ নৰ'ল যে যদি মৰমীয়ে সেই প্ৰাৰ্থনাৰ যোগেদি তেওঁকেই বিচাৰে, তেন্তে তাইৰ সেই প্ৰাৰ্থনা নিশ্চয় ভুল প্ৰাৰ্থনা হ'ব।

ঘৰলৈ উভতি আহোঁতে তেওঁ গীৰ্জাৰ কাষেদি আহিল। এই চমু বাটটোত বন্দনাৰ স্মৃতিবোৰে আকৌ উজাৰ খালে। তেওঁৰ মনটো বেদনাত আৰ্দ্ৰ হৈ উঠিল। মৰমীৰ বিষন্ন মুখ-খনিয়েও তেওঁৰ মনত ভুমুকি মাৰিবলৈ ধৰিলে। তেওঁ ভাবি আশ্বস্ত হ'ল যে মৰমীৰ লগত সম্পৰ্কৰ এই সামৰণি অতি বাস্তৱজ্ঞান সম্মত হৈছে। এতিয়া তেওঁৰ কোনো মায়াৰ বন্ধন নাই; কাকো তেওঁ দুখ দিব নালাগিব। জীৱনত কেৱল এটা সমস্যা বৈ আছে: সেই সমস্যাটো সমাজ ব্যৱস্থাৰ পৰিৱৰ্তনৰ সমস্যা। তাৰ বাহিৰে স্মৃতিৰ কোনো মূল্য নাই। কোনেও কাকে ধৰি ৰাখিব নোৱাৰে।

প্ৰধান আলিবাটত নামি তেওঁ দেখিলে, দূৰত আনপিনৰ পৰা জুইৰ জুমুঠি লৈ বহুত মানুহৰ এটা শোভাযাত্ৰা আহি আছে। শ্লোগানৰ ধ্বনি তেওঁৰ কাণলৈ আহিল—"দেশ মৰিলে আমিও মৰিম, দেশ তৰিলে আমিও তৰিম।" শোভাযাত্ৰাটো অহাৰ পিনে নগৈ তেওঁ আন বাট ললে।

ঘৰৰ ওচৰ পাই তেওঁ দেহ-মনত ক্লান্তি অনুভৱ কৰিলে। ওচৰত জয়চন্দ্ৰনৰ ঘৰত ৰাতিৰ বিজুলী-বাতিৰ মৃদু পোহৰ। তেওঁলোক ইতিমধ্যে শুইছে।

ৰাতিৰ আহাৰ খাবলৈ তেওঁৰ মন নগ'ল। কাপোৰ যোৰ সলাই চকু মুখ ভালদৰে ধুই এগিলাচ পানী খাই তেওঁ শুই পৰিল।

## ॥ পাঁচ ॥

জয়চন্দ্ৰনে যুদ্ধৰ বাতৰি পোৱাৰ পাছৰে পৰা এটা সম্পূর্ণ দিন যুদ্ধৰ কথা আলোচনা কৰি কটাই দিলে। তেওঁ বাতিপুৱা প্ৰত্নতত্ত্বৰ কামত ওলাইছিল। কিন্তু কামত মন নবহিল। অকিচতো একেটা কথা। বেংকৰ কাম শৃংখলাবদ্ধ। এইখিনি সময়ত তেওঁ বৰ নিয়াৰিকৈ কাম কৰে। যুদ্ধৰ বাতৰিৰ বাবে তেওঁৰ বেংকৰ কাম কাজত একো অসুবিধা হোৱা নাই; অসুবিধা হৈছে তেওঁৰ প্ৰত্নতত্ত্বৰ কামত। এতিয়া কাৰো মুখত অন্য কোনো কথা নাই; কেৱল যুদ্ধৰ হে কথা। ব্যস্ততাৰ মাজত তেওঁৰ যিকণ সময় বাচে, সেই সময়কণ এনেবোৰ কথা বতৰাতেই খৰচ হয়। এনে-দৰে চলিলে তেজপুৰত থকা দিন কেইটাৰ ভিতৰত তেওঁ প্ৰত্ন তত্ত্বৰ থিচিচ্ দাখিল কৰিব নোৱাৰিব।

আজি যুদ্ধৰ বাতৰিৰ তৃতীয় দিন। ইতিমধ্যে এজন জ্যোতিষী আহি ওলাইছিল। জ্যোতিষীয়ে কৈছে যে যুদ্ধ হলেও ভাৰতৰ একো ক্ষতি নহয়। জয়চন্দ্ৰনৰো চিন্তা কৰিব লগীয়া একো নাই। জ্যোতিষীৰ কথা শুনি জয়চন্দ্ৰনৰ পত্নী আশ্বস্ত হৈছে। ঘৰলৈ যাবলৈ স্থিৰ কৰি ককায়েকলৈ পঠিয়াবলৈ হাতত লোৱা টেলিগ্ৰাম তেওঁ নপঠিয়ালে।

জয়চন্দ্ৰনে চাৰ্টৰ কলাৰৰ ওপৰেদি টাইডালত গাঁঠি দি দি জয়ন্ত চৌধুৰীৰ কোঠাৰ পিনে আগবাঢ়ি গ'ল। জ্যোতিষীৰ কথা বোৰ জয়ন্তক কোৱাৰ প্ৰয়োজন আছে বুলি তেওঁ ভাবিলে।

নৱমী হাজৰিকাৰ লগত হোৱা আগদিনাৰ গধূলিৰ তৰ্ক-বিতৰ্কৰ পাছত জয়ন্তই বৰ অশান্তি অনুভৱ কৰিছিল। বহু-সময় ধৰি মুৰটো বাঁই-জাঁই কৰিছিল। শেষ ৰাতিৰ পিনেহে

তেওঁৰ টোপনি আহিছিল। সেইবাৰে শয্যা এৰাত পলম হ'ল। জয়চন্দ্ৰনৰ মাত শুনি তেওঁ উঠি দুৱাৰ খুলিলে। জয়ন্তই জয়চন্দ্ৰনক বহিবলৈ দি সুধিলে, "কি খবৰ? আপোনাৰ মুখ দেখিয়েই বুজিছোঁ, কিবা ভাল খবৰ আছে।"

জয়চন্দ্ৰনে জ্যোতিষীৰ লগত হোৱা কথা বাৰ্তাৰ কথা ক'লে। "মই এতিয়াই আহিছোঁ। আপোনাৰ কথা মন দি শুনিব লাগিব।"

জয়চন্দ্ৰনে জয়ন্তৰ টেবুলৰ কিতাপলৈ চকু দিলে। এতিয়া'ও জয়ন্তই প্ৰচুৰ কিতাপ পঢ়ে। অৰ্থনীতি, ইতিহাস, গণিত' যুদ্ধ ইত্যাদি অনেক বিষয়ৰ কিতাপ টেবুলত সজোৱা আছে; কিন্তু প্ৰত্নতত্বৰ কোনো কিতাপ নাই। যি হ'ক, অৰ্থনীতিৰ দুখনমান কিতাপ আছে; এই কথাত জয়চন্দ্ৰনে সান্ত্বনা পালে। প্ৰত্নতত্বৰ কিতাপ নথকাটো একান্ত পৰিতাপৰ কথা—এই কথাও তেওঁৰ মনত খেলালে।

মুখ ধুই আহি জয়চন্দ্ৰনৰ ওচৰত বহি জয়ন্তই ক'লে, "কওকচোন জ্যোতিষীয়ে কি ক'লে?

জয়চন্দ্ৰনৰ মুখাবয়ৱ প্ৰফুল্লিত হৈ উঠিল। তেওঁ ক'লে "আমাৰ কোনো ভয় নাই।"

"আমাৰ ভয়ৰ কাৰণ কি?"

'চীনৰ এই আক্ৰমণ।"

"আমি প্ৰতিৰোধ কৰিব পাৰিম। অন্ততঃ সকলোৰে তেনে ধাৰণা।" জয়ন্তই ক'লে।

জয়চন্দ্ৰনে নিজকে কোৱাৰ নিচিনাকৈ কলে, "যোৱাকালিলৈকে মই ভাবিছিলোঁ। যে এইবাৰ তৃতীয় মহাযুদ্ধ হ'ব। এতিয়া

মই ভাবিছিলোঁ। যে এইবাৰ তৃতীয় মহাযুদ্ধ হ'ব। এতিয়া

জ্যোতিষীৰ কথাত মোৰ বিশ্বাস হৈছে: এই গণ্ডগোল সীমাৰ ভিতৰলৈ নোসোমায়।" জয়ন্তই হাঁহি হাঁহি প্ৰতিবাদ কৰিলে,

"মই শিশুৰ দৰে আশ্বস্ত হ'ব নোৱাৰোঁ। জ্যোতিষত মোৰ বিশ্বাস নাই। আমাৰ দেশবাসীয়ে নিজেই নিজকে সহায় কৰা উচিত। কিন্তু কি দৰে সহায় কৰিব পৰা যায় মই নিজেই নাজানো। হয়তো মোৰ দৰে নিবন্ধুৱা এজনে এইবোৰ আলোচনা কৰাটোও নিৰৰ্থক। কিন্তু এইটোও সঁচা যে শ্লোগানতো মোৰ বিশ্বাস নাই। যোৱাকালি গধূলি মই ঘৰলৈ উভতি আহি থাকোঁতে এটা সমদলক জুইৰ জুমুধি লৈ অহা দেখিছিলোঁ। তেওঁলোকৰ মুখত শ্লোগান: 'দেশ মৰিলে আমিও মৰিম, দেশ তৰিলে আমিও তৰিম।' মই জানো যে কেৱল এই শ্লোগানৰ দ্বাৰা সীমান্ত ৰক্ষা কৰা নাযায়।"

জয়চন্দ্ৰনে কি উত্তৰ দিব ভাবি নাপালে। তেওঁ হাত-ঘড়ীলৈ চাই ক'লে, "মোৰ অফিচলৈ যাবৰ হ'লেই। আজিলৈ আহোঁ।"

জয়ন্তই দুৱাৰ মুখলৈ আগুৱাই থৈ ক'লে, "এটা কথা জানেনে? অধ্যাপক যামিনী চেটাৰ্জি এজন উচ্চস্তৰৰ শিল্পী।"

"নাজানিছিলো। কি ধৰণৰ শিল্পী? পেঞ্চিলেৰে আঁকে নে পেইন্টিং আদিত ইণ্টাৰেষ্ট?"

'তেওঁ লুকাই লুকাইহে ছবি আঁকে। বন্ধু-বান্ধৱকো জানিব নিদিয়ে।" জয়ন্তই ক'লে।

জয়চন্দ্ৰনে ঘৰটোৰ তেওঁলোকৰ অংশটোলৈ গ'ল।

জয়ন্তই জয়চন্দ্ৰন যোৱাৰ পিনে চাই ভাবিলে যে অধ্যাপক চেটাৰ্জিয়ে বিবাহ, সংগ্ৰাম আৰু সমস্যাৰ পৰা আঁতৰি থাকিব খোজে। মুখেৰে যিমান নতুন কথাকেই নকওক কিয় চেটাৰ্জি আওপুৰণি। তেওঁৰ বুদ্ধিজীৱি মনটোৱে পৰিবৰ্তন আৰু অগ্ৰগতিৰ কথা ভাৱে আৰু বুজি পায়, কিন্তু তথাপি তেওঁ চিত্ৰাংকণত মন দিব লাগিছে—আৰ্টৰ চৰ্চা বা জীৱনৰ প্ৰতিচ্ছবি ফুটাই তোলাৰ বাবে নহয়, জীৱনৰ পৰা পলাই ফুৰিবৰ বাবে।

চেটাৰ্জিয়ে কায়িকভাৱে পলাতক হোৱা নাই কিন্তু তেওঁ মানসিক ভাবে পলাতক হৈছে; বোধহয় নিজৰ পৰাই তেওঁ পলাই সাৰিব খোজে। জয়চন্দ্ৰনে আকৌ এখোজ আগুৱাইছে এই পথত। চেটাৰ্জিয়ে ঈশ্বৰত বিশ্বাস নাৰাখে, তেওঁৰ বাবে চিত্ৰাংকণেই ঈশ্বৰ অৰ্থাৎ ধুমুহা বতাহত আউজিবলৈ 'ঈশ্বৰ এটা ৰৰখুটা। চীনৰ আক্ৰমণ চেটাৰ্জিৰ বাবে তেনে এটা ধুমুহা। যদি এই সীমাৰ কন্দলে গুৰুতৰ ৰূপ লয়, তেন্তে চেটাৰ্জিয়ে অধিক পৰিমাণে চিত্ৰাংকণ কৰি লৈ থ'ব—উট চৰাই-বোৰে যি দৰে চিকাৰীৰ ভয়ত বালিত মুখ লুকুৱাই আত্মৰক্ষাৰ প্ৰবঞ্চনাত ভোগে। জয়চন্দ্ৰনে ঈশ্বৰত বিশ্বাস ৰাখে; সেই বিশ্বাস এতিয়া জ্যোতিষত নামিছে। তাৰ উপৰিও তেওঁৰ বাবে প্ৰত্ন-তত্ত্ব আছে। বৰ্তমানৰ পৰা আগবাঢ়ি তেওঁ ভবিষ্যতলৈ যাব নোখোজে, যাব খোজে অতীতলৈ. এই হিচাপত চেটাৰ্জি আৰু জয়চন্দ্ৰন উভয়েই পলায়নবাদী।

জয়ন্তই আহি টেবুলৰ কাষত বহিল। জয়চন্দ্ৰনৰ বাৰান্দালৈ তেওঁৰ চকু গ'ল। জয়চন্দ্ৰনৰ পত্নীয়ে শীত আহিবৰ হ'ল বাবে ধুনোতা মাতি আনি নিহালীৰ বাবে তুলা ধুনাইছে। ধুনোতে জোঁৰৰ পৰা বেলেগ হৈ তুলা উফৰি পৰি এটা শুভ্ৰ পৰিবেশৰ সৃষ্টি কৰিছে। জয়চন্দ্ৰনৰ পত্নীয়ে অলপ আঁতৰত থাকি কিবা নিৰ্দেশ দিছে। ধুনোকাই অলপ বৈ কিবা উত্তৰ দি বিজুলি তুল্যবোৰ চপাবলৈ লৈছে। জয়চন্দ্ৰনৰ পত্নী ৰাধা মাদ্ৰাজ-বাসিনী নহয়; তেওঁ মহাৰাষ্ট্ৰীয় ৰমণী। জয়চন্দ্ৰনে তেওঁলোকৰ চহৰলৈ বদলি হৈ গৈ চিনাকি হৈ ৰাধাক বিয়া কৰাইছিল। এই কথা তেওঁ জয়চন্দ্ৰনৰ পৰা শুনিছে। জয়চন্দ্ৰনে এই কথা কৈ ৰং পায় যে তেওঁৰ পত্নী হাড়ে-হিমজুৱে মাদ্ৰাজী হৈ গৈছে। জয়চন্দ্ৰনৰ পত্নীৰ মুখখন কুন্দত কটা ধৰণৰ ধুনিয়া। কথাবতৰা' তো তেওঁ বৰ সৰৱ.বহী। ধুনোতাক নিৰ্দেশ দি তেওঁ ঘৰৰ ভিতৰলৈ সোমাই

গ'ল ইমান দিনে চিনাকি হৈ, আলাপ-আলোচনা কৰিও নজনা কথা এটা লক্ষ্য কৰি জয়ন্ত চকিত হ'ল। জয়চন্দ্ৰনৰ পত্নীৰ খোজত আন এগৰাকী ৰমণীৰ খোজৰ সাদৃশ্য আছে। জয়ন্তই অসুৰা হৈ ভাবিবলৈ ধৰিলে, কোন সে ৰমণী। এনে খোজ-কাটল মৰমীৰ নহয়। মৰমীৰ খোজ গম্ভীৰ; এনে পাতল নহয়। মৰমীৰ চিন্তাক ঠেলি আঁতৰাই কাৰোবাৰ চিন্তাই তেওঁক আক্ৰান্ত কৰিলে। প্ৰথমে মনলৈ আহিল মৰমীৰ মুখ; লাহে লাহে সেই মুখ বিয়লি গ'ল; তাৰ ঠাইত চপল-চকিত চৰণৰ ভীৰু খোজেৰে অহি আন এগৰাকী ৰমণীৰ মুখে দেখা দিলে। সেই মুখ বন্দনাৰ। সুন্দৰ অথচ বিষাদময়। গাটো জোকাৰি সম্বিৎ ঘূৰাই আনি জয়ন্তই কপালৰ ওপৰেদি হাত ফুৰালে। তেওঁ এইবুলি ভাবি দুখ পালে যে বিধাতাৰ নিয়াৰিত মানুহে সদায় এনেদৰে চেপা খায়।

জয়ন্ত চৌধুৰীৰ লগত কথা পাতি জয়চন্দ্ৰন অসন্তুষ্ট হ'ল। জয়ন্তই ঈশ্বৰক বিশ্বাস কৰে এই কথা তেওঁ নজনা নহয়; কিন্তু জ্যোতিষত অবিশ্বাসৰ কোনো যুক্তিসংগত কাৰণ তেওঁ দেখা নাপালে। ব্যক্তিগত ভাবে তেওঁ জ্যোতিষৰ অনুৰাগী হলেও জ্যোতিষ শাস্ত্ৰক কোনোবাই যুক্তিহীন বুলিলে তেওঁ বেয়া পোৱাৰ কাৰণ নাই। কিন্তু আজিৰ কথা বেলেগ। যদি আজি জ্যোতিষীয়ে কোৱা কথাবোৰ বা ভবিষ্যৎবাণীবোৰ মিছা হয়, তেন্তে যুদ্ধ অৱধাৰিত আৰু বিশৃংখলতাৰ সৃষ্টি হবই; এনেদৰে চলিলে তেওঁৰ প্ৰত্নতত্ত্বৰ থিচিচ্ দাখিল কৰা নহ'ব। জয়চন্দ্ৰনৰ মনত জয়ন্ত চৌধুৰী সম্পৰ্কে আৰু কিছুমান চিন্তাৰ উদয় হ'ল। নিজৰ ব্যক্তি-গত পৰিচয় বা অতীত সম্পৰ্কে জয়ন্তই উদাসীনতাৰ ভাও জুৰিছে, তেওঁ নিজকে মুকলি কৰিব নোখোজে; এনেকি ঘৰৰ ভাবাৰ বাহিৰে তেওঁৰ আৰু কিবা আয়ৰ পথ আছে নে নাই কাকো আনে নাজানে। এনে হ'বও পাৰে যে, জয়ন্ত এজন ভণ্ড। জয়ন্তৰ অবিশ্বাসে তেওঁৰ মনটো বাস্তিপুৰাতেই তিতা কৰি পেলাইছে।

এনে অজুহাত তুলা খুনোতাই বেচি মজুৰী দাবি কৰি তেওঁ অফিচলৈ ওলাওঁতেই আৰু অলপ অশান্তি আনি দিছে। খুনোতাৰ মজুৰী সামান্য। কিন্তু ইয়াৰ লগতে তেওঁ মুদ্ৰাস্ফীতিৰ সম্ভেদ পাইছে। তিনি বছৰৰ আগেয়ে চীনা সৈন্যই লংজু বোলা ঠাই-ডোখৰত প্ৰবেশ কৰাৰ পাছৰে পৰা বজাৰত বস্তুৰ দাম বাঢ়িবলৈ ধৰিছিল। এইবাৰ চীনা সৈন্যই সীমা লংঘন কৰাৰ তিনিদিনৰ পাছতে কিছুমান বস্তু হঠাতে পাবলৈ নাইকিয়া হৈ গ'ল। তেজপুৰ টাউনত এনেয়ে বস্তুৰ জুই-ছাই দাম। ভূঁইকপ, বানপানী, যুদ্ধৰ ভাবনা আদি যি কোনো এটা অজুহাত আহি পালেই নতুন ৰবযুগ পোৱা গছ-পুলিৰ দৰে বজাৰত বস্তুৰ মূল্য বাঢ়িবলৈ ধৰে। এই সম্পৰ্কত তেওঁ জয়ন্তৰ কথাও ভাবিলে : এই মানুহজন নিশ্চয় যি কোনো অৱস্থাতে চলিব পাৰিব ; বস্তুৰ চৰা দাম জয়ন্তৰ ভাবনাৰ বিষয় নহয়। জয়ন্তহঁত যে সমাজৰ একোটা বঘুমলাৰ শিপা, এই কথাত তেওঁৰ বিশ্বাস উপজিল। জয়ন্ত যে পলাতক মনোবৃত্তিৰ এই বিষয়ে তেওঁ নিসন্দেহ হ'ল।

জয়চন্দ্ৰনে সোনকালে গৈ অফিছ পালে। বেংকৰ দুৱাৰমুখত থকা নেপালী চকিদাৰ জনে তেওঁক অভিবাদন জনালে। তেওঁ নীৰৱে নিজৰ নিৰ্দিষ্ট কোঠালৈ গ'ল। বেংকৰ দুই এজন কৰ্মচাৰী আহিছে। আন মানুহৰ সমাগম হোৱা নাই। তেওঁ ড্ৰয়াৰৰ পৰা পৰ্বতীয়াৰ মূৰ্তি সম্বন্ধে সংক্ষেপে লিখি ৰখা কথাখিনি পঢ়ি চালে। পৰ্বতীয়াৰ মূৰ্তি কোনো কোনো প্ৰত্নতাত্ত্বিকৰ মতে একাদশ শতিকাৰ ; কিছুমানৰ মতে সপ্তম শতিকাৰ। জয়চন্দ্ৰনৰ ধাৰণা এই যে ই সপ্তম শতিকা বা তাৰ পূৰ্ববৰ্তী হ'ব। অসমৰ ঐতিহ্য বহুত পুৰণি ; এই সম্পৰ্কে আৰু অধিক গৱেষণাৰ প্ৰয়োজন। তেওঁ এই সূত্ৰটো টুকি ৰাখিলে।

বেংকলৈ মানুহৰ সমাগম হ'বলৈ ধৰিলে। জয়চন্দ্ৰনে গৱেষণাৰ কাগজ-পাতিবোৰ যতনাই থৈ আপোন কামত লাগিল। তেওঁ আগদিনা গধূলিৰ ডাকত অহা চিঠি-পত্ৰবোৰ চালে। কেছিয়াৰ আৰু একাউণ্টেণ্টক মাতি আনি বেংকৰ পলিচী সম্পৰ্কে কথা-বতৰা হ'ল।

দুপৰীয়াৰ অলপ আগেয়ে গধুৰ ওজনৰ চেক্ ভঙাবলৈ আহি টিকাদাৰ এজনে তেওঁ লগ ধৰিলে। বিজিত দত্তৰ ডেকা বয়স ;- স্বাস্থ্যও নিটোল। তেওঁ মাজে সময়ে বেংকলৈ আহিলে জয়চন্দ্ৰৰ লগত দেখা কৰি যায়। বহু সময়ত জয়চন্দ্ৰৰ ব্যক্তিগত হস্তক্ষেপে তেওঁৰ কামত বেগ আনে। পিয়ন এজনক মাতি চেক্‌খন তাৰ হাতত তুলি দি জয়চন্দ্ৰনে এটা মিচিকিয়া হাঁহি ওঠলৈ আনি সুধিলে, "টকাবোৰ নি কিনো কৰে ?"

"খৰচ কৰোঁ। কিবা-কিবি কামত লাগে।" বিজিত দত্তই ক'লে।

দুজনমান লোক নতুন হিচাপ খুলিবলৈ আহিলত জয়চন্দ্ৰনে কি কি কৰিব লাগে তাকে কৈ তেওঁলোকক বিদায় দিলে। এজন ভলখাপৰ চৰকাৰী কৰ্মচাৰীয়ে আহি হিচাপটো তুলি নিয়াৰ প্ৰস্তাব কৰি ক'লে, 'পাঁচ টকা দহ টকা ৰাখিনো কি হ'ব ? যি নাই নায়েই।" জয়চন্দ্ৰনে তেওঁক টকা জমা ৰখাৰ প্ৰয়োজনীয়তাৰ কথা বুজালে। তেওঁ যোৱাৰ পাছত পিয়নটোৱে কাউণ্টাৰৰ পৰা দহ হেজাৰ টকা আনি দিলে। বিজিত দত্তই নতুন চক্‌চকীয়া নোটৰ বাণ্ডিলটো চাই-চিতি ললে। জয়চন্দ্ৰনে কলে, 'অলপ আগেয়ে দেখিলেই যে কিছুমান কৰ্মচাৰীৰ জমাবলৈ ধনেই ৰাহি নহয়। আনহাতে ইমান উপাৰ্জন স্বত্বেও বেংকত জমাবলৈ আপোনালোকে টান পায়। আমাৰ মানুহ এতিয়াও বেংক মাইণ্ডেড্ হ'ব নোৱাৰিলে।"

বিজিত দত্তই ক'লে, "আপুনি জানেই যে আমাৰ টকাবোৰ চাৰ্কুলেচনত থাকে। আমাৰ চলতি টকাৰ পৰিমাণ বেছি ; জমাৰ খৰত পৰিমাণ তাকৰ।"

"আপোনালোকেই হ'ল আমাৰ বিবেক আপোনালোকে যি ভাল দেখে তাকেই কৰিব। মোৰ কথা হ'ল : বেংকত জমোৱা মানেই নিজৰ আৰু ৰাষ্ট্ৰৰ সহায়লৈ অৰিহণা যোগোৱা। জয়চন্দ্ৰনে মধ্যস্থতাৰ সুৰত ক'লে।

বিজিত দত্তই কথাটো মানি ল'লে। ভবিষ্যতে তেওঁ বেংকত জমাৰ পৰিমাণ বঢ়াব বুলিও কথা দিলে। তেওঁ বিদায় লোৱাৰ আগেয়ে জয়চন্দ্ৰনে সোধোঁ নু সাধোঁকৈ সুধিলে, "জয়ন্ত চৌধুৰীক চিনি পায় নে ?

"আপুনি যাৰ ঘৰত থাকে তেওঁৰ কথাকেই কৈছে, নহয়নে ?"

"তেওঁৰ কথাকেই কৈছোঁ।"

"চিনি পাওঁ। ভালদৰে চিনি পাওঁ। তেওঁৰ কথা কিয় সুধিলে ?"

"বিশেষ কৈ একো জানিব খোজা নাই। তেওঁৰ সম্পৰ্কে মোৰ এনেয়ে বহুত কৌতূহল হয়।"

বিজিত দত্তই ক'লে, "তেনে হোৱাটো স্বাভাৱিক। জয়ন্ত চৌধুৰী ছাত্ৰ হিচাপে ভীষণ ছাত্ৰ আছিল ; কিন্তু মানুহ হিচাপে তেওঁ কৃত্ৰিম।"

জয়চন্দ্ৰনে ভাবিলে যে এনেদৰে জয়ন্তৰ কথা উলিওৱা বাবে বিজিত দত্তৰ সন্দেহ উপজিব পাৰে। সেইবাবে তেওঁ ক'লে, "এইবোৰ সে ধাৰ কাৰণে চৰিয়া লাগিছোঁ বুলি নাভাবিব আকৌ। একেটা ঘৰতে আছোঁ বাবে মাজে সময়ে জানিবলৈ ইচ্ছা যোৱাটো একো অনুচিত কথাও নহয়।"

বিজিত দত্তই বিদায় লৈ গ'ল। তেওঁ জয়চন্দ্ৰনৰ মনত জয়ন্ত সম্পৰ্কে আৰু এটা কথা সুমুৱাই দিলে—জয়ন্ত মানুহ হিচাপে কৃত্ৰিম।

এনেতে অধ্যাপক যামিনী চেটাৰ্জি আহিল। জয়চন্দ্ৰনে মাতিলে,—"আহক চেটাৰ্জি বহক। আজি ৰাতিপুৱাতে আপোনাৰ কথা ওলাইছিল।"

মোৰ ভাগ্য বুলিবই লাগিব। কিন্তু মোক যুদ্ধধনৰ এক-ছত্ৰী অধিনায়ক নাপাতিব। আন প্ৰাৰ্থী বহুত আছে।"

সেইবোৰ কথা নহয়। আপুনি শিল্পী। এনে কথাবোৰ বোৰ পৰা লুকুৱাই ৰাখিব লাগেনে? জয়চন্দ্ৰনে অভিযোগৰ সুৰত ক'লে।

"কোনে কৈছে আপোনাক?"

"জানিব পাৰিছো।"

"বিশেষ একো নহয়, ছবি আঁকিবলৈ চেষ্টা কৰোঁ। কিন্তু আপুনি কাৰ পৰা জানিছে কওকচোন।"

"জয়ন্ত চৌধুৰীয়ে কৈছে। তেওঁ আৰু কৈছে যে আপুনি পলায়নবাদী।"

জয়চন্দ্ৰনৰ কথা শুনি চেটাৰ্জিয়ে হো হোৱাই হাঁহি পেলালে। তেওঁ ক'লে, "একো নতুন কথা নহয়। সকলোৱে তেনেকৈ ভাবিব পাৰে। মানুহে কাক কি ভাবে সেইবোৰ লৈ আপুনি মূৰ ঘমাব নে? আচল কথা: আপুনি ক'ত শান্তি পায়, কিহে আপোনাৰ জীৱনলৈ স্থিৰতা আনে, এইবোৰেই মূল প্ৰশ্ন।"

"মোৰ ধাৰণা জয়ন্ত চৌধুৰীও পলায়নবাদী।" জয়চন্দ্ৰনে মূল কথালৈ আহিল।

চেটাৰ্জিয়ে বাধা দি ক'লে, "তেনেকৈ ভাবিলে অতিমাত্ৰাই ভুল কৰিব।"

জয়চন্দ্ৰনে একোকে নকলে। প্ৰত্যুত্তৰ কৰিব লগা একো নাই। তেওঁ পিয়নটোক মাতি দুকাপ চাহ আনিবলৈ দিলে চেটাৰ্জিয়ে অলপ জুকিয়াই লৈ আকৌ ক'লে, "জয়ন্ত চৌধুৰী পলায়নবাদী নহয়; কিন্তু তেওঁক তেনে যেন লাগে। আচলতে তেওঁ কি মই আজিলৈকে বুজিব পৰা নাই। মাজে সময়ে মোৰ ধাৰণা হয় যে ইমানখিনি বুদ্ধি-বৃত্তি, সংযম, সততা, আৰু সম্ভাৱনা লৈ তেওঁ চিৰদিন নিষ্কৰ্মা হৈ থাকিব নোৱাৰিব। তেওঁ সেটো কুন্দোৰা মুগা হে; এটা মাহৰ ভিতৰত আৰম্ভ পলু তেওঁ

এতিয়াও লেকেচীয়া হৈ আছে। কিন্তু সম্ভাৱনা প্ৰচুৰ।"

জয়চন্দ্ৰনে চেটাৰ্জিৰ কথাবোৰ শুনি নিজৰ মনটোলৈ চকু দিলে। আজি বাতিপুৱাৰে পৰা তেওঁ জয়ন্তৰ প্ৰতি খং কৰি আছে। সেইবাবে তেওঁৰ নিজৰ মনতে অশান্তি হৈছে। মনৰ আবেগিক স্তৰত মানুহে বহুতো ভুল কৰে, সই স্তৰ প্ৰেমৰেই হওক বা বন্ধুত্বৰেই হওক। তেওঁ অলপ লাজ পালে। লগে লগে জয়ন্তৰ ওপৰত উঠা তেওঁৰ খং পানী হৈ গ'ল। তেওঁ ক'লে, "জয়ন্ত চৌধুৰীকে ময়ো বুজা নাই। কিন্তু মোৰ ব্যৱসায়মই বৌদ্ধিক ব্যৱসায়ৰ কথা কৈছোঁ— অতীতমুখী বাবে মই হয়তো নতুন কথাবোৰ বুজিব পৰা নাই।"

চেটাৰ্জিয়ে ক'লে, "মই ইতিহাসৰ শিক্ষক। বৰ্তমানতকৈ পুৰণিয়ে, বিজ্ঞানতকৈ জ্ঞানে মোক আকৰ্ষণ কৰা উচিত। খাদ্যবস্তু বিচাৰি পোৱা বজাৰখনতকৈ প্ৰাচীন বেবিলনৰ প্ৰাসাদ আৰু ঐতিহাসিক শৰাইঘাট মোৰ বাবে অপাত্তদৃষ্টিত বেছি বাস্তৱ হোৱা উচিত। কিন্তু তেনে হোৱা নাই। ইতিহাসে মোক শিকাইছে গতিৰ প্ৰচণ্ড শক্তিৰ কথা। মই সদায় কওঁ যে ইতিহাসৰ গতিক কোনেও বাধা দিব নোৱাৰে। মই কল্পনা কৰোঁ ভৱিষ্যতৰ মানুহৰ। এনে কল্পনাৰ চকুৰে মই কেতিয়াবা জয়ন্ত চৌধুৰীক লক্ষ্য কৰোঁ। কিন্তু মোৰ চিন্তাৰ আঁত হেৰাই যায়।"

জয়চন্দ্ৰনে একো নকৈ শুনি গ'ল। চেটাৰ্জিৰ বক্তব্য শেষ হোৱা নাছিল। তেওঁ আকৌ ক'বলৈ ধৰিলে, "মিঃ জয়চন্দ্ৰন, যোৱাকালিৰ দিনটো মোৰ বাবে ইতিহাস। আপুনি অধিক বেচি প্ৰাচীনতলৈ যায়। মই নতুন অৱস্থাৰ লগত মিলিব নোৱাৰোঁ। বোধহয় মোৰ যিটো বস্তুৰ অভাৱ তাৰ নাম কৰ্মশক্তিৰ প্ৰয়োগৰ ক্ষমতা।"

জয়চন্দ্ৰনে চাহ আছিলত চেটাৰ্জিলৈ আগুৱাই দি ক'লে, "আপোনাৰ দৰে মই আত্মবিশ্লেষণ কৰিবলৈ শিকা নাই। তেনে কৰিবলৈ গলে মই উন্মাদিহ নোপোৱা হওঁ।

আজি এটা বিশেষ কথা হ'ল বুজিছেনে? এজন জ্যোতিষী আহিছিল। তেওঁ ক'লে যে চীনৰ আক্রমণ বেছিদিনীয়া নহ'ব? এই কথাটোকে জয়ন্ত চৌধুৰীক কৈছিলোঁ। তেওঁ ক'লে, জ্যোতিষত তেওঁৰ বিশ্বাস নাই।"

"সেইবোৰ মযো নামানো।"

"যুদ্ধ বেছিদিন স্থায়ী হ'বনে? আপোনাৰ কি ধাৰণা?"

"মই ভাবিবলৈ এৰা নাই কিন্তু ভাকৰকৈ ভাবোঁ। গতিকে কোনো উত্তৰ দিয়া মোৰ পক্ষে সম্ভৱ নহয়। তাৰ উপৰিও যুদ্ধখন মোৰ ওপৰত নিৰ্ভৰ কৰা নাই।" চেটাৰ্জিয়ে গহীন অৱস্থাটো পাতলাই হাঁহিলে।

জয়চন্দ্ৰনে বুজিলে যে আলোচনাৰ অগ্ৰগতি অসম্ভৱ। তেওঁ সেই হাঁহিত যোগ দিলে।

অলপ পাছত চেটাৰ্জি গ'ল। তেওঁ যোৱাৰ পাছত জয়চন্দ্ৰনে জয়ন্ত চৌধুৰীৰ কথা আকৌ ভাবিলে। তেওঁ বুজিলে যে জয়ন্তৰ ওপৰত খং কৰি তেওঁ বিদ্বেষ পোষণ কৰিছিল। নিজৰ ভুল বুজিব পাৰি তেওঁৰ মনত অনুতাপৰ সৃষ্টি হ'ল।

কথা-বতৰাত বহু সময় খৰচ হোৱা বাবে আৰু কিছুমান নতুন জৰুৰী কাম আহি পৰিলত জয়চন্দ্ৰনৰ অফিছৰ পৰা ঘৰলৈ ওভতোঁতে পলম হ'ল। তেওঁৰ পত্নীয়ে কিবা কিবি বস্তু কিনি লৈ যাবলৈ কৈ থোৱা বাবে তেওঁ বেংকৰ পৰা ওলাই বজাৰৰ মাজেদি গৈ বজাৰ সামৰি ঘৰলৈ খোজ ললে।

অলপ দূৰ গৈয়েই তেওঁ বজাৰৰ দাঁতিৰ চিনেমা হলৰ কাষত থকা বিলাতী মদৰ দোকানৰ পৰা দুহাতত দুটা বটল লৈ বিজিত দত্ত নামৰ ঠিকাদাৰ জনক ওলাই অহা দেখিলে। বিজিত দত্ত আহি জীপত উঠিল। তেওঁ জয়চন্দ্ৰনক নেদেখিলে। সদায় নিয়মত চলা নিৰামিষাহাৰী জয়চন্দ্ৰনে ৰাষ্ট্ৰৰ শক্তি আৰু সংযমৰ এনে অপব্যয় দেখি হুমুনিয়াহ এটা পেলাই নিজ ৰটেৰে আগবাঢ়িল।

## ॥ ছয় ॥

মুকলি মুৰীয়া জীৱন এৰি ঠিকাত নামি বিজিত দত্তই পোন -পহিলাতে অলপ বন্দীত্বৰ অস্বস্তি অনুভৱ কৰিছিল। এতিয়া তেওঁ -সকলো সহিব পাৰে। ঠিকা কৰিবলৈ আহি তেওঁ বুজিছে যে এই জীৱনত জানিব লগা এনে কিছুমান কথা, এনে কেত-বোৰ কিটিপ আছে 'যবোৰ স্কুল কলেজৰ শিক্ষাই নিশিকায়। তেওঁ এতিয়া জীৱনটোকেই ঠিকা বুলি জানে। এই হিচাপত জীৱনটো এটা ঘড়ী-বন্ধা বন্দৱস্ত। তেওঁ ডেকা মানুহ অবিবাহিত। যৌৱনৰ দেৱতাই তেওঁকা বুজায় যে মানুহে এই জীৱনত যি বিচাৰে তাকেই পায়; মাথোঁ। বিচাৰিব জানিব লাগে।

ঠিকাত নামিয়েই বিজিত দত্তই সৌভাগ্যৰ মুখ দেখিলে। তেওঁৰ হাতলৈ ধন আহিবলৈ ধৰিলে। আপোন ব্যক্তিত্ব আৰু বুদ্ধিৰ যোগেদি তেওঁ উন্নতি কৰিবলৈ ধৰিলে। চীনা সৈন্যই সীমান্তৰ লংজুত প্ৰৱেশ কৰাৰ পাছৰে পৰা উত্তৰ অসমত ঠিকাৰ কাম বাঢ়িল। উন্নয়নৰ ৰ'দ নপৰা ঠাইবোৰলৈ নতুন আলিবাট হ'ল, ৰেল লাইন গ'ল, নদীৰ ওপৰত দলং হ'ল। এতিয়া তেজপুৰৰ পৰা হাৱাজানলৈ এবেলাৰ ভিতৰত যাব পাৰি। পাঁচ-বছৰ আগেয়ে হাৱাজানৰ পৰা তেজপুৰৰ কাছাৰীলৈ মানুহ আহিলে লগতে তিনিদিনৰ বয় বস্তু লৈ আহিছিল। এতিয়া সেইবোৰ -কাহানিৰ সাধু।

চীনা সৈন্যই সীমান্তৰ খোলা চকি অৱৰোধ আৰু কিন্‌জেমানে চকি আক্ৰমণ কৰাৰে পৰা যুদ্ধৰ বা-বতৰে নিস্তৰংগ টাউনখনলৈ নতুন চিন্তাৰ প্ৰবাহ আনিছে। এজনৰ মনত ভীতি, আনজনৰ মনত আশ্চৰ্যবোধ, কোনোৱে হয়তো নিৰ্বিকাৰ। কিন্তু এই যুদ্ধৰ বাস্তৱিয়ে বিজিত দত্তৰ মনত নতুন উদ্দীপনা আনিছে আৰু প্ৰবল আবেগৰ ঢৌ তুলিছে। যুদ্ধই টকা আনে। সেইবাবে যুদ্ধ এটা প্ৰয়োজনীয় আপদ। আক্ৰমিত নহলে আক্ৰমণ কৰা উচিত, এনে ভাব তেওঁ মনত পুহিছে। বাহিৰৰ বা-বতৰ উত্তপ্ত হোৱাটোকে তেওঁ বিচাৰে। তেনে উত্তপ্ততাই তেওঁৰ দেহ মন সজীৱ কৰি ৰাখে। তেওঁৰ ধাৰণাত মানুহৰ মন বৰ দুৰ্বল; এটা ডাবি ধমকি দিলেই বহুত মানুহৰ প্লীহা কোঁচ খাই যায়। মানুহে সমদলত যোগ দি চীৎকাৰ কৰিব পাৰে, অকলশৰে লগ পোৱা এজন মানুহক কেইবাজনে ধৰি আটক কৰিব পাৰে; কিন্তু ব্যক্তিগত ভাবে মানুহ ভয়াতুৰ। কিছুমানে এই ভয়ৰ পৰা হাত সাৰিবলৈ ধৰ্মত মত্ত হয়; কোনো কোনোৱে দয়া দাক্ষিণ্যৰ প্ৰতি মন মেলে। আচলতে ভয়ৰ পৰা পৰিত্ৰাণ কোনোৱে নাপায়। এনেদৰে বিছি সংখ্যক লোকে জীৱনটো কি বুজি নাপায়, জীৱনত, উপভোগ কৰিবলৈ একো বিচাৰি নাপায়; এটা চিৰাচৰিত প্ৰথামতে জীৱন আৰু জীৱিকা নিৰ্বাহ কৰে। অধিক মানুহ এনে হোৱাৰ পৰা বিজিত দত্তৰ নিজৰে লাভ হৈছে। সাম্প্ৰতিক অৱস্থা তেওঁৰ বাবে বেছি উপযোগী। তেওঁৰ নীতি বা দুনীতিৰ প্ৰতি এতিয়া কাৰো চকু নাই। সকলোৱে যুদ্ধৰ কথাত ব্যস্ত।

তথাপি চীনে ভাৰত আক্ৰমণ কৰাৰ পটভূমিত তেওঁ মানুহৰ পৰিৱৰ্তন লক্ষ্য কৰিছে। তেওঁ দেখিছে যে মানুহৰ মনৰ স্তিমিত দুৰ্বলতাৰ আঁতৰি যাব ধৰিছে। মানুহে দেশ আৰু দহৰ কাৰণে ভাবিবলৈ লৈছে। এনে হোৱাৰ ফলত মানুহৰ মন সম্প্ৰসাৰিত আৰু অধিক পৰিবৰ্তনশীল হৈছে; লগে লগে আজন্মৰ কু-সংস্কাৰ,

ভীতি, নিৰাশা আদিয়েও তালদৰে জোকাৰ খাইছে। এনে জোকা-ৰণিৰ প্ৰয়োজন আছিল। বহু বছৰ আগেয়ে এনে জোকাৰ খালে দেশৰ মানুহৰ গা অধিক আটিল হ'লহেঁতেন। অৱশ্যে তেওঁ দেশ আৰু দহৰ কাৰণে নাভাবে; নিজক লৈয়েই তেওঁ তুষ্ট। তেওঁ সাহসী লোক কোনো ক্ষেত্ৰতেই তেওঁ নিৰাশ নহয়। কোনো পৰিস্থিতিয়েই তেওঁৰ মনত ভীতিৰ সঞ্চাৰ কৰিব নোৱাৰে। সংস্কাৰ, কু-সংস্কাৰ আদিৰ প্ৰতি ব্যক্তিগতভাবে তেওঁৰ কোনো আবেগিক সঁহাৰ নাই। কিন্তু কেৱল এটা বিশেষ কুসংস্কাৰৰ শিপা তৎক্ষণাৎ উভলা উচিত বুলি তেওঁ ভাবে। স্ত্ৰী পুৰুষৰ নৈতিক আৰু জৈৱিক স্বাধীনতাৰ ক্ষেত্ৰত বাধা প্ৰয়োগৰ নামেই এই কু-সংস্কাৰ তেওঁ ভালদৰে বুজি পায় যে স্ত্ৰী-পুৰুষৰ নৈতিক আৰু জৈৱিক স্বাধীনতাহে দেহ-মনৰ মুক্তিৰ সেতু জীয়াই থকাটোৱেই যেতিয়া এটা সমস্যা, প্ৰেম, প্ৰীতি, ধৰ্ম-অধৰ্মৰ পাছ লোৱাটো মূৰ্খামিহে মাত্ৰ। মানুহক যে ভাল পাব লাগে। এই কথা মানি লোৱাত তেওঁৰ বিশেষ আপত্তি নাই; কিন্তু এই প্ৰীতিৰ এটা সীমা আছে, এই সীমাৰ বন্ধন পাৰ হৈ যোৱাটো অৰ্থহীন, অপ্ৰাকৃতিক জীৱনটোৰ কিবা এটা দৰ্শন আছে বা জীৱনৰ অৰ্থ নো কি? এনে ধ্যান-ধাৰণাক তেওঁ কেতিয়াও মনত ঠাই দিয়া নাই। "জীৱনৰ কিবা এটা দৰ্শন আছে'—এনে ধৰণৰ বস্তা-পচা যুক্তিবোৰ উলিয়াই বুদ্ধিমান মানুহে যুগে যুগে বুৰ্বকবোৰক ঠগি আহিছে; উদ্দেশ্য: যাতে বুৰ্বকবোৰে বুদ্ধিমান সকলৰ জীৱনটো উপভোগত বাধা জন্মোৱাৰ পৰিবৰ্তে আহিলা পাতি যোগায়।

হুইস্কিৰ গিলাচটো টিপয়ত থৈ বিজিত দত্তই চিগাৰেট এটা জ্বলাই ল'লে। সন্মুখত বহি অবেগ্ৰ কোৰাচ খাই থকা অজয় বৰদলৈৰ পিনে কৌতূহলেৰে চাই তেওঁ সুধিলে, "তেন্তে যোৱাবেলি মোৰ ঘৰত নাথাকিলা কিয়?"

"কৈছোৱেই নহয়, জয়ন্ত চৌধুৰীৰ ঘৰত আছিলোঁ।"

"মই তাকে ভাবি আচৰিত হৈছোঁ। জয়ন্তৰ কি এনে আকৰ্ষণ আছে যাৰ বাবে মানুহে তেওঁক আজিও বিচাৰে যায়"।

"একো আকৰ্ষণৰ কথা নহয়। তুমি যেনে সহপাঠী। জয়ন্তও তেনে সহপাঠী। লগ পাই তেওঁ নিজেই মোক তেওঁৰ ঘৰলৈ লৈ গ'ল।" অজয়ে ক'লে।

বিজিতে গিলাচটোৰ পৰা এঢোক খাই ডিঙিটো তিয়াই লৈ ক'লে, সেইটো ময়ো বুজোঁ। জয়ন্তৰ প্ৰতি মোৰ কোনো বিশেষ বিৰাগ নাই। কিন্তু তেওঁ যে তোমাক নিৰামিষ কৰি পেলালে সেইটোতহে মই বেজাৰ পাওঁ।" চিগাৰেট টো জোৰেৰে এছ্-ট্ৰেত হেঁচি ধৰি মুমাই বিজিতে তেওঁৰ মনৰ বিৰক্তি প্ৰকাশ কৰিলে। অজয়ে মিচিক্‌কৈ হাঁহি পেলালে, "এইবোৰ তুমিও এদিন এৰিব লাগিব। মোৰ দৰে বিয়া-বাৰু কৰোৱাঁ। পাছত বুজিবা।"

তাতকৈ মই বিয়াকে নকৰাওঁ। তুমি বিবাহিত হলেও স্ত্ৰী-পুৰুষৰ সম্পৰ্কৰ ক্ষেত্ৰত মই তোমাতকৈ বেছি অভিজ্ঞ, এই কথা তুমি মানি ল'ব পাৰা। এইবোৰ বস্তু এৰাৰ কথা কৈছা? বিজিত দত্তৰ তেনে এটা নীৰস সম্ভাৱনাৰ কথা কি দৰে ভাবিছা বাৰু? কৈ কৈ বিজিতে আৰু অলপ হুইস্কি বাকি ললে।

অজয়ে ক'লে "নীতি আৰু অনীতিৰ কথা মই নোতোলোঁ। ময়ো বুজোঁ: নীতি, অনীতি, নৈতিকতা, অনৈতিকতা আদি একোটা বিশেষ সমাজৰ বিশেষ ব্যৱস্থা মাত্ৰ। আজি আমাৰ সমাজৰ কাৰণে যিবোৰ অনৈতিক তিনিহেজাৰ বছৰ আগেয়ে আমাৰ উপৰি পুৰুষ সকলৰ কাৰণে সেইবোৰ নৈতিক আছিল। আজি আমাৰ সমাজত যিটো অপ্ৰচলিত, প্ৰশান্ত মহাসাগৰীয় দ্বীপবোৰত সেইটো বহুল প্ৰচলিত। নৃতত্ত্ববিদ্ সকলৰ মতে

সমাজৰ কোমোটো স্তৰেই আন এটা স্তৰত কৈ উচ্চ বা হীন পৰ্যায়ৰ নহয়। এইবোৰ মই বুজোঁ। কিন্তু মই ভাবিছোঁ অন্য কথা; মই ভাবিছোঁ: প্ৰত্যেক মানুহৰ কাৰণে নৈতিকতা, অনৈতিকতাৰ আপোন ব্যাখ্যা আছে; এই ব্যাখ্যা অনুসৰি মই যিদৰে চলিছোঁ, তুমিও তেনেদৰে চলিছা। আপাতদৃষ্টিত বিভিন্ন হলেও আমাৰ কাৰো দৃষ্টিভংগী প্ৰশংসাৰ বা নিন্দাৰ যোগ্য নহয়। সেইবাবে ইয়াত বঢ়াই কৰিব লগীয় তোমাৰ কিটো আছে মই ভাবি নাপাওঁ।"

বিজিত কলে "তোমাৰ কথাৰ অৰ্থ এয়ে যে মোৰ বৰ্তমান অৱস্থাৰ বাবে মই যিদৰে দায়ী, তোমাৰ বৰ্তমান অৱস্থাৰ বাবে তুমিও তেনেদৰে দায়ী। অৰ্থাৎ আমি নিজেই নিজৰ চিন্তা আৰু কৰ্মৰ শেষ বিচাৰক।"

অজয়ে মিচিকিয়াই হাঁহি কলে, "এৰা, স্বৰূপাৰ্থত তেনেকুৱাই।" বিজিতে বুজিলে অজয়ৰ পোনপটীয়া কথাবোৰে তেওঁকেই বিন্ধিছে; তেওঁৰ আত্মজিজ্ঞাসাৰ প্ৰয়োজন হৈছে। তেওঁ একো নকৈ হুইস্কিৰ গিলাচটো আকৌ মুখলৈ তুলি ললে।

অজয়ে হাতৰ ঘড়ীটোলৈ চালে এঘাৰ বাজি গৈছে। ৰাতি ভালেখিনি হ'ল। শুবৰ সময় হ'ল। বিয়াৰ পাছৰ পৰা অজয়ৰ সোনকালে শোৱা অভ্যাস।

"টোপনিয়াব আৰম্ভ কৰিলাই নে?" বিজিতে সুধিলে।

"ৰাতি এঘাৰ বাজি গ'ল।"

"ব'লা অলপ ঘূৰি আহোঁ।"

"এই সময়ত?"

"বৌছ দূৰলৈ নাযাওঁ। সোনকালে উভতিম।" বিজিতে ক'লে।

দুয়ো আহি গাড়ী-বাৰান্দাত ৰখা জীপত উঠিল। বিজিতে চলালে। তেওঁ যি কোনো পৰিস্থিতিতেই সুস্থিৰভাৱে গাড়ী চলাব পাৰে। অত্যধিক মদ খোৱাৰ পাছতো তেওঁ মাতাল

নহয়। টিপ্পাৰিগুত এবাৰ হাত দিলে তেওঁ নির্বিঘ্নে প্রত্যাহ্বান পাৰ পাৰে। মদে তেওঁক বাধা নিদিয়ে, উৎসাহ হে যোগায়।

"গাড়ী মই ঠিকেই চলাওঁ বুজিছা ?" বিজিতে এবাৰ ক'লে।

"মদে ধৰিছে নেকি ?"

"নধৰে ; ধৰিলেতো কথাই নাছিল। শুই থাকিব পাৰিলোঁহেঁতেন।"

"বুজিলোঁ। পাছে গৈছা ক'লৈ ?"

"ৰ'লাচোন।" কথা কোৱাৰ লগে লগে বিজিতে তীব্র—গতিৰে অহা মিলিটাৰী জীপ এখনক একাষৰীয়া হৈ বাট এৰি দিলে। তেওঁৰ নিজৰ জীপৰ গতি কমি আহিছে। কিবা মনত পৰাৰ দৰে হঠাৎ তেওঁ সুধিলে, "জয়ন্তই এতিয়া কি কৰিছে জনো ?"

"বোধহয় বিশেষ একো কৰা নাই।" অজয়ে ক'লে।

"বিশেষ কিয়, একোকেই কৰা নাই। সুস্থ, সমর্থ মানুহ এজনে এনেদৰে অতীত থিয়াই থকাৰ দৃশ্য মোৰ সহ্য নহয়।"

"মোৰ কি ধাৰণা, জানা ? জয়ন্তৰ অন্তৰত এখন যুদ্ধৰ সৃষ্টি হৈছে। বাহিৰৰ পৰা তুমি আমি সেই যুদ্ধৰ উমান পাব পাবোঁ, কিন্তু কোনো সমাধানৰ ইংগিত আমি নাপাওঁ। প্রত্যেক মানুহে নিজেই নিজৰ অন্তর্দ্বন্দৰ উৎস বিচাৰি উলিয়াই শান্তিৰ সন্ধান কৰিব লাগিব। জয়ন্তৰ ভবিষ্যৎ জয়ন্তৰ হাতত এৰি দিয়া।"

অজয়ৰ এই ব্যাখ্যাত সন্তুষ্ট নহৈ বিজিতে ক'লে "এনেদৰে থাকোতেই জীৱনৰ দিনবোৰ গুচি যাব। নামৰ আগত চন্দ্রবিন্দু পৰিবলৈ নো আম'ৰ কিমান দিন বাকী।"

'সেইবাবেই তুমি জীৱনৰ ধৰি ৰাখিবলৈ আপ্রাণ চেষ্টা কৰিছা নেকি ?"

'তোমাৰ প্রশ্নৰ উত্তৰ হব—ইয়েচ, এণ্ড নো।

কাৰণ কোনোদিনেই তেনে চেষ্টা মই কৰা নাই। ইয়েচ, কাৰণ এই

বাত্তিৰ মুহূৰ্ত্তবোৰেই তাৰ সাক্ষী” বিজিতে জীপ নি এঘৰ মানুহৰ ঘৰৰ আগত ৰাখিলে।

“ৰাখিলা কিয় ?”

“ইয়াত অলপ কাম আছে। আহা, তুমিও নামা।”

“মই গাড়ীতেই বহি থাকিম।”

“ভূতৰ নিচিনা বহি থাকি কিনো ভাল পাবা হে ? আহা।” বিজিতে জোৰ কৰিলে।

অজয়ে বিজিতৰ লগে লগে আহি দুৱাৰ-মুখ পালে। ঘৰখন কোনোবা ভদ্ৰ পৰিয়ালৰ যেন লাগিল। ভিতৰত কোনো সাঁৰসুৰ নাই। বিজিতে দুৱাৰত টুকুৰিয়ালে। অজয়ক অবাক হোৱা যেন দেখি বিজিতে পাতলাই ক’লে, “চিনাকি মানুহ বুজিছা ? সেইবাবেহে আহিছোঁ।”

ইয়াৰ পাছত অজয়ে একো নমতাটোকেই স্থিৰ কৰিলে। মাথো তেওঁৰ মনত এই বুলি আক্ষেপ হ’ল যে এইদৰে ওলাই নাকি তেওঁ শুই থকাই ভাল আছিল; মিছাতে আহি অশান্তি ভুগিব লগাত পৰিল।

দুৱাৰখন লাহে কৈ মেল খালে। এজন বুঢ়া মানুহ ওলাই আহিল। তেওঁ বিজিত দত্তক দেখি অস্পষ্ট ভাৱে ক’লে, “আপুনি, এই ৰাতি ?”

“বেছি ৰাতি হোৱা নাই।”

“আহক, ভিতৰলৈ আহক।”

বিজিতে অজয়ৰ পিনে আঙুলিয়াই দেখুৱাই ক’লে,—“মোৰ বন্ধু।”

অজয়ে বহা কোঠাটোৰ চাৰিওপিনে চকু দিলে। বিজুলী বাত্তিৰ নিষ্প্ৰভ পোহৰত এটা অতি শান্ত আৰু পবিত্ৰ পৰিবেশ। বহা চকী কেইখনৰ পৰা আৰম্ভ কৰি বেৰৰ আভিজাত্যশীল ছবিবোৰলৈকে গোটেই কোঠাতেই এটা পৰি আছে সম্ভ্ৰান্ত ঘৰৰ ঐতিহ্যৰ ছাপ্।

কাৰ ঘৰ, কোন থাকে এই কথাবোৰ এতিয়া সুধিব নোৱাৰি; কিন্তু জানিবলৈ তেওঁৰ আগ্ৰহ ওপজিল।

অজয়ক হটাৎ অবাক কৰি বিজিতে বুঢ়াৰ পিনে চাই সুধিলে, 'ৰীতা আছে নে?'

বুঢ়াই ক'লে, 'শুইছে। জগাম নেকি?

"জগাওক"

বুঢ়াই উঠি ভিতৰৰ কোঠাটোলৈ গ'ল। ইটো কোঠাৰ পৰা এওঁলোকে শুনিলে তেওঁ ছোৱালীজনীক জগাবলৈ ধৰিছে। কাৰ ছোৱালী, কেনে বয়সৰ, ছোৱালী নে মহিলা, এইবোৰ প্ৰশ্ন অজয়ৰ মানত সাঁথৰ যেন লাগিল। তেওঁ গোটেই ঘটনাটো নিৰ্লিপ্ত ভাবে লবলৈ চেষ্টা কৰিলে। তেওঁৰ কানলৈ বুঢ়া আৰু ছোৱালীজনীৰ কথা-বতৰা ভাহি আহিবলৈ ধৰিলে: সেইটো কোঠাত বুঢ়াই কৈছে, 'এই উঠ্, দত্ত বাবু আহিছে।"

ছোৱালী এজনীয়ে মাত দিছে, "এই ৰাতিখন?"

"উঠ, বেয়া পাব যে!"

"বৰ জুলুম"

"বেছি ৰাতি হোৱা নাই, উঠ।"

বুঢ়াই তেওঁলোকৰ ওচৰলৈ আহি বিজিতক ক'লে, "আহিব লাগিছে।"

পৰিবেশটো অজয়ৰ ভাল নালাগিল। তেওঁ ক'লে, "ব'লা, আমি এতিয়া যাওঁ।"

বিজিতে বুঢ়াৰ চকুলৈ চাই কিবা এটা ইংগিত দিলে। তাৰ পাছত তেওঁ অজয়লৈ চাই ক'লে, "ব'লা।" বিজিতে বুঢ়াক কিহৰ ইংগিত দিলে অজয়ে বুজি নাপালে।

দীপত উঠি অজয়ে উশাহ পোৱা যেন পালে। বিজিতে ষ্টিয়াৰিঙত ধৰি নিৰ্বিকাৰ ভাবে বহি ৰ'ল। চিগাৰেট এটা জ্বলাই লৈ তেওঁ নীৰবে হুপিবলৈ ধৰিলে। অজয়ে একো নামাতি বাহিৰলৈ

চাই ব'ল। জোন বুৰিবলৈ বেছি সময় নাই। দূৰৰ পাৰ্কখন এন্ধাৰত ঢাক খাই পৰিব ধৰিছে। তুই এটা চৰাইৰ চী-চিয়নি শুনা গৈছে। দূৰত কুকুৰ এটাই ভুকিছে। আলিৰ দাঁতিৰ শুকান পাতবোৰৰ ওপৰেদি কিবা এটা সৰীসৃপ বগাই যোৱা কাৰণে খঁহনি খাই শম্‌শমনি উঠি আকৌ মাৰ গ'ল। জীপৰ ডায়েলৰ নিস্তেজ পোহৰত অজয়ে হাতৰ ঘড়ীটোলৈ চালে। বাৰ বাজি পোন্ধৰ মিনিট গৈছে।

বিজিতে জোৰেৰে শেষ টান এটা মাৰি চিগাৰেটৰ শেষ টুকুৰাটো ঘাঁহনিলৈ দলিয়াই দিলে। অক্টোবৰ মাহ। নিয়ৰ পৰিবলৈ আৰম্ভ কৰাই নাই। চিগাৰেটৰ টুকুৰাটো সোনকালে নুমুমাল। জীপখন ষ্টাৰ্ট নকৰা দেখি অজয়ে সুধিলে, কি হ'ল, ৰৈ থাকিলা কিয়?'

'সিহঁতো আহক।' বিজিতে ক'লে। খং উঠিলেও অজয়ে একো উত্তৰ নিদিলে। বিজিতৰ আজি ৰাতিৰ এই কাণ্ড-কাৰখানাবোৰ তেওঁৰ অকনো ভাল লগা নাই। এই ৰাতি এই নিৰ্জনতাত তেওঁৰ লাজ কৰিব লগা একো নাছিল বাবে তেওঁ প্ৰতিবাদ কৰিবলৈকো একো বিচাৰি নাপালে। কল-বাকলিত পিছল খই চিটিকি পৰোঁতে যদি কোনেও নেদেখে, তেন্তে তাত লাজ কৰিব লগা একো নাথাকে। অথচ লোকৰ সন্মুখত হাতৰ পৰা পেঞ্চিলডাল পৰি যোৱাটোও পৰম লাজ পাব লগা কথা। আজিৰ এই অৰ্থনৈতিক, ঈশ্বৰ-বিহীন বস্তুগ্ৰাহ্য পৰিবেশত তেওঁৰ মনৰ নিভৃতত যেন লাজৰ কণিকা থুপ খোৱা নাই। তেওঁ কিবা এটা ৰূঢ় মন্তব্য দি বিজিতক অলপ জোকাবি দিবলৈ থিৰ কৰিলে। এনেতে বুঢ়া মানুহজন আৰু ছোৱালীজনী আহি জীপৰ পিছফালে উঠি বহিল। অজয়ে বুজিলে যে এইজনীয়েই ৰীতা।

পিছফালে এবাৰ ঘূৰি বিজিত সিহঁত ভালদৰে বহিছে নে নাই চাই ললে। তাৰ পাছত ঘৰলৈ বুলি তেওঁ জীপখন চলাবলৈ ধৰিলে।

ওবে বাট কোনেও কথা নকলে। বিজিতে কিবা এবাব কৈছিল; অজয়ে কোনো উত্তৰ নিদিলে।

ঘৰলৈ আহি বিজিতে চুইচ্ টিপি ড্ৰইং ৰুমৰ লাইটটো জ্বালালে। বিজুলী-বাতিৰ ম্লান পোহৰত অজয়ে ৰীতাক ভালদৰে লক্ষ্য কৰিবলৈ সুবিধা পালে। ছোৱালীজনী দেখিবলৈ বেয়া নহয়। অলপ মিঠা বৰণৰ, বয়স কুৰিৰ ওচৰ চাপিছে। চেহেৰাটো নিপোটল। বুঢ়াজনে ড্ৰইংৰুমৰ একোণৰ চকী এখনত কুঁচি-মুচি ৰহিল। ৰীতাই বিজিতৰ ইংগিত অনুসৰি তেওঁৰ শোৱনি-কোঠালৈ সোমাই গ'ল। অজয়ে একো মাত-বোল নিদিয়াকৈ তেওঁৰ বাবে নিৰ্দ্দিষ্ট কোঠালৈ খোজ ললে।

## ॥ সাত ॥

সিদিনা শেষৰাতি জীপ ষ্টাৰ্ট হোৱাৰ শব্দ শুনি অজয় বৰদলৈৰ টোপনি ভাগিল। বিছনাত পৰি থাকিও তেওঁ বুজিলে যে বিজিত দত্তই বীতা নামৰ ছোৱালীজনীক আকৌ ঘৰলৈ ওভোতাই থবলৈ গৈছে। ৰাতি চাৰিমান বাজিছে বুলি তেওঁ মনতে অনুমান কৰি ললে।

শেষৰাতি অলপ পাতল বতাহ বলি গা মন পাতলাইছে। খোলা খিৰিকিৰে ৰিব্ ৰিব্ কৈ পাতল বতাহ বৈ আহিছে। বাহিৰত এতিয়াও এন্ধাৰ। একো নেদেখি। তেওঁ আপোন মনটোৰ পিনে চকু দিলে। এইখিনি সময়ত তেজপুৰতকৈ চিলং বহুত বেচি শীতল। চিলঙত এতিয়া তেওঁৰ ধৰ্ম পত্নী বীণাই নিশ্চয় টোপনি গৈ আছে। বীণাৰ অনুপস্থিতিত যি কোনো ঠাইয়েই তেওঁৰ স্নানত নিজান-ফাটক। আপোন স্ত্ৰীৰ পৰা তেওঁ কেতিয়াও বেছিদিন আঁতৰি থাকিব লগা হোৱা নাই। ব্যৱসায়ৰ সূত্ৰত তেওঁ কেতিয়াবাহে চিলঙৰ পৰা ভৈয়ামলৈ নামিব লগাত পৰে। তেওঁৰ ব্যৱসায় সাধাৰণতে চিলঙতে আবদ্ধ। সেইবাবে পত্নী বিৰহৰ কষ্ট বা অনৰ্থক চিন্তা-ভাৱনাই তেওঁক নাপায়। সময় কটাবৰ বাবে তেওঁ বাট বিচাৰি ফুৰিব নালাগে। কিন্তু আজি তেওঁৰ নিজকে বৰ অকলশৰীয়া যেন লাগিল। তেওঁৰ মনটো বাৰে বাৰে চিলঙলৈ উভতি যাবলৈ ধৰিলে। আহিবৰ সময়ত বীণাই কৈছিল, “সোনকালে উভতি আহিব। আপুনি আঁতৰত থাকিলে মোৰ খুব চিন্তা হয়।” তেওঁ কৈছিল, “পাগলী, মিছাতে চিন্তা কৰিছা কিয়?” কিন্তু তেওঁ জানে যে বীণাৰ এই স্বামী সৰ্বস্বতাক তেওঁ ভাল পায়।

পাৰম্পৰিক এই চিন্তাৰ সহযোগক তেওঁ আত্মিক বন্ধন বুলি ভাবে। তেওঁৰ বিশ্বাস, স্বামী-স্ত্ৰীৰ এই প্ৰগাঢ় প্ৰেমৰ যোগে-দিয়েই সংসাৰৰ কল্যাণ বৰ্তি আছে।

ৰীতাৰ বুঢ়া আত্মীয়জনক দেখি তেওঁ এটা পৰি অহা ঘৰৰ 'করুণ দৃশ্য দেখিবলৈ পাইছে। ইতিহাসৰ পৃষ্ঠাবোৰ এটাৰ পাছত এটাকৈ দ্ৰুতগতিৰে উৰি যাবলৈ ধৰিছে। ইতিহাসৰ গতিক কোনেও বাধা দিব নোৱাৰে। ৰীতাই নোৱাৰে, বিজিতে নোৱাৰে, অজয়ে নোৱাৰে, কোনেও নোৱাৰে। ইতিহাসৰ গতি পথত মানুহ আলহীঘৰত জীৰণি লোৱা দুদিনীয়া আলহী মাথোন। এইবোৰ কথা মনলৈ অহাৰ লগে লগে তেওঁৰ মনটো শাঁত হৈ পৰিল। বিজিত উভতি অহাৰ শব্দও তেওঁ শুনিলে তাৰ পাছত তেওঁ টোপনিত ঢলি পৰিল।

পুৱা যেতিয়া তেওঁ সাৰ পালে, তেতিয়া বেলি বহুখিনি আগুৱাইছে। তেওঁ উঠি দুৱাৰ খুলি পাটিকলৈ গ'ল। বিজিত দত্ত তেতিয়াও শোৱাৰ পৰা উঠা নাই। বান্ধনি ল'ৰাটোৱে আহি চাহ একাপ দিলে। পটিক'ৰ খিৰিকিৰে তেওঁ বাহিৰলৈ চালে। ব্ৰহ্মপুত্ৰ নদীখন বহুত দূৰলৈ আতৰি গৈছে। ইপাৰত বালিচৰ পাৰিছে। বালিচৰত ডাঠ পলস পৰিলত মানুহে এতিয়া তাত মাটি চহাবলৈ আৰম্ভ কৰিছে। এতিয়াও এজন মানুহে হাল বাই আছে। বোধহয় মাটিডোখৰত এক আঁওচ বাইছে। নাঙলৰ সীৰলুৱে আওঁচ টানি গৈছে।

কেৰেক্ কৰি একটা শব্দ হোৱা শুনি তেওঁ উভতি চালে। বিজিতে উঠি আহি ইজিচেয়াৰ খনত বহি গাব এঙামুৰি ভাঙিছে।

"ভালদৰে শুব পাৰিলা নে?" বিজিতে সুধিলে।

"শুইছো।"

"এতিয়াই ব্ৰেক্‌ফাষ্ট দিব নে?"

"আগেয়ে গা ধুই লয়।" অজয়ে ক'লে।

"পানী-চুনি দিয়া আছে। তুমি এটা বাথৰুমত সোমোৱা আনটোত ইতিমধ্যে মই গা ধুই লম।" বিজিতে ক'লে।

গা ধুই উঠি অজয় গৈ ড্ৰইংৰুমত আহি বহিল। বিজিত তেতিয়া অন্যটো বাথৰুমত। অজয়ে টেবুলৰ পৰা আগাদিনাৰ বাতৰি কাকতখন হাতত ললে। অলপ পাছত বাতৰি কাকতখন থৈ তেওঁ ৰেকৰ্ডপ্লেয়াৰৰ কাষত থকা ৰেকৰ্ডবোৰ চালে। সৰহভাগেই চিনেমাৰ গান। সেই বোৰ বগৰাই চাই থাকোঁতে দুখন ৰবীন্দ্ৰসংগীতৰ ৰেকৰ্ড তেওঁৰ হাতত পৰিল। তেওঁ এখন ৰেকৰ্ড বাচি লৈ ৰেকৰ্ড প্লেয়াৰত তুলি দি চকীত বহি শুনিবলৈ ধৰিলে। তেওঁৰ মনটোৱে ভৈয়ামৰ নৈ পথ পথাৰ পাৰ হৈ পাইন গছৰ তলেদি চিলঙলৈ ঢাপলি মেলিলে। এই ড্ৰইংৰুমতেই যে আগনিশা এগৰাকী ৰূপজীৱিনীৰ আবিৰ্ভাৱ হৈছিল, সেই কথাটো তেওঁ পাহৰি গ'ল। তেওঁৰ মনত এটা পৱিত্ৰ আৰু মহান ভাবে ঠাই ললে। চিলঙত অকলে থকা বীণাৰ কাৰণে তেওঁৰ মনটো মৰমৰে ভৰি পৰিল।

গীত শেষ হোৱাৰ লগে লগে সাজি-কচি বিজিত দত্ত আহি উপস্থিত হ'ল। তেওঁ মাতিলে, ব'লা, চাহ খাওঁ।"

দুয়ো খোৱা-কোঠাত সোমাল। বিজিতে ৰুটি এটুকুৰাত কামুৰি সুধিলে, "তুমি আজিৰ দিনটো নিশ্চয় থাকিবা ?"

কাম শেষ হৈছে। আজি যাবই লাগিব।" অজয়ে উত্তৰ দিলে।

"অৱশ্যে মই দিনৰ দিনটো বাহিৰত থাকিম। মিলিটাৰীৰ লগত কাম দেখুৱাব পাৰিলে লাভ আছে। গধূলি উভতি আহিম। তুমি থাকিলে ভাল লাগিব।"

অজয়ে মুখত হাঁহি বিৰিঙাই কলে, "মই বিয়া-বাৰু কৰা মানুহ। উভতি যোৱাত পলম হলে সিপিনে ঘৈণীয়ে চিন্তা কৰিবলৈ আৰম্ভ কৰিব।"

"সঁচা। বিয়া কৰোঁয়া টো এটা লেঠা।"

"তুমি হবলা সেইবাবে বিয়া নকৰোঁয়াকৈ আছ?"

বিজিত অলপ গহীন হ'ল। তেওঁ চাহৰ কাপটো মুখৰ ওচৰলৈ আনি হঠাৎ নমাই থলে। তেওঁ সুধিলে, "বিয়া নকৰি কিবা জানো মোৰ অসুবিধা হৈছে?

"হওঁতে একো হোৱা নাই। বিয়া মানে তোমাৰ ধাৰণা কেৱল এইটোৱেই নেকি?"

"মানে?"

"মানে অতি স্পষ্ট। শাৰীৰিক।" অজয়ে ক'লে।

"তুমি ঠিকেই বুজিছা।" কৈ কৈ বিজিতে চাহৰ কাপটো তুলি এঢোক খাই ললে। অলপ বৈ তেওঁ আকৌ কবলৈ ধৰিলে, "বিয়া মানেই শৰীৰৰ সম্পৰ্ক। মই তাকেই বুজোঁ। বাৰ্নাৰ্ড শ্ব' নে কোনোবাই কোৱা সেই কথাষাৰ—মেৰেজ ইজ্ লিগেল প্ৰষ্টিটিউচন্—এই বিষয়ে মোৰ কোনো সন্দেহ নাই। দেহ যিমানেই সুন্দৰ সুঠাম নহওক কিয় সি এদিন ক্ষয়প্ৰাপ্ত হয়। যৌৱন যিমানেই উতলা নহওক কিয়, তাৰ এটি বিশেষ বয়স থাকে; এটা সময় থাকে। সময় উকলি গলে দেহ ভাগি পৰে, যৌৱন শুকায়। আজিৰ দুৰ্দিনত দেহ মন সহজে জুৰুলা হয়। সেই বাবে সময় থাকোঁতে পিয়লা ভৰাই লব লাগে। এই সম্পৰ্কে তুমি মোক জ্ঞানী বুলি ধৰি লব পাৰা।"

অজয়ে নীৰৱে শুনি গ'ল। বিজিতে আকৌ কলে, "সকলো বস্তুৰে জনম-মৰণ আৰু ভোগৰ ধৰা বন্ধা বিশেষ কাল একোটা আছে। আহাৰ মাহত আমৰ ভৰ পক। আহিনত সেই পকা আম তুমি বিচাৰিলেও গছত নোপোৱা। আমৰ কৃত ভোগৰ সময় সেই আহাৰ মাহহে। জীৱনবো ভোগৰ কাল আছে। যৌৱনেও পক ধৰে; পকি ভৰপুৰ হয়। আজিৰ পৰা কুৰি

বছৰ পাছত তোমাৰ এই ভৰপূৰ যৌৱন তুমি নাপবা। যৌৱনৰ ভোগ কেৱল যৌৱন কালত হে। আমাৰ সমাজত ভিতৰি যিয়েই নহওঁ কিয়, বাহিৰত আমি সৎ ভাবৰ পৰাকাষ্ঠা দেখুৱাব লাগে। যিবোৰ কাম আমি লুকাই চুৰিকৈ কৰো, সেইবোৰত যেন দায়-দোষ নাই, কেৱল লোক চকুৰ পৰা তথাকথিত পাপ কামবোৰ বচাই চলা টোহে যেন নীতিজ্ঞানৰ কাম। এনে এটা আওঁজ আওপুৰণি মনোবৃত্তিৰ ফলত যৌৱন নো কি বুজি পোৱাৰ আগেয়েই যৌৱনে আমাৰ পৰা মেলানী মাগে। যৌৱনক ভোগ কৰাৰ বাবে আমাৰ মানুহে বিয়াৰ বাহিৰে আন উপায় বিচাৰি নাপায়।"

"ই তোমাৰ ব্যক্তিগত ধাৰণাহে।" অজয়ে প্ৰতিবাদ কৰিলে।

"কেৱল ধাৰণাই নহয়, বিশ্বসো।"

অজয়ে কথাটো ভাবি চালে। এটা হিচাপত বিজিতৰ কথাত যুক্তি বিচাৰি পাব পাৰি। কিন্তু কিহে তেওঁৰ বিয়াত প্ৰতিবন্ধক জন্মাইছে, সেই কথা জানিবলৈ অজয়ৰ আগ্ৰহ উপজিল। চাহ খোৱা শেষ হ'লত, কাপটো দূৰলৈ ঠেলি দি থৈ অজয়ে ক'লে, "তোমাৰ বিশ্বাসত সন্দেহৰ ছা পেলাবলৈ মোৰ ইচ্ছা নাই। তোমাৰ সামাজিক স্বাধীনতাকণ দেখিলোঁৱেই।"

বিজিতৰ মুখত হাঁহি বিৰিঙিল। তেওঁ ক'লে "ৰীতাৰ কথা কৈছা? ৰীতাক মাজে মাজে আনো। অৱশ্যে মাজে সময়ে অন্য নাৰীৰো সংগ লওঁ। সমাজত ইমন সৎ বোলাই আছোঁ যে গধূলি মোৰ ঘৰলৈ অহা কোনো ভদ্ৰলোক বা ভদ্ৰমহিলাই বুজি নাপায় যে হয়তো সিদিনা আবেলিয়েই এই ঘৰটোত এজনী নাৰীৰ সম্ভোগ লীলাৰ আখৰা হৈ গৈছে। আচলত নাৰী নহলে মোৰ নচলে। মই বোধহয় তথাকথিত বেয়া মানুহ।"

"ভাল বেয়া শব্দ দুটা বহুসময়ত সমাৰ্থক। তোমাৰ বক্তব্য

জীৱনত নাৰী, টকা ভেঁটি, এইবোৰ ধৰ্ম বা বিশ্বাসত কৈও সত্য। মোৰ দৃষ্টিভংগী ইমান বিভিন্ন যে তোমাক কিবা বুজাবলৈ যোৱাতকৈও নীৰৱতা মোৰ পিনৰ পৰা বেচি কাৰ্য্যকৰী হব। নীৰৱতাৰ শক্তি শব্দতকৈ বেছি। এতিয়া ৰীতাৰ কথা কোৱা। ৰীতা কোন ?"

বিজিতে চিগাৰেট এটা জ্বলাই লৈ কলে, "তুমি জানিবলৈ বিচাৰিছা ? সেয়া এক সুদীৰ্ঘ কাহিনী। তুমি সাহিত্যিক। উপন্যাস লিখিবলৈ সমল পাবা। ব'লা পাৰ্টিক'ত বহোঁ গৈ। ভাহদৰে বহি লৈ হে কব পাৰিম।"

পাৰ্টিক'লৈ আহি বিজিতে চিগাৰেট হুঁপ অলপ চিন্তামগ্ন হ'ল। অজয়ে ক'লে, কোৱা।"

"ৰ'বা, তাকেই কবলৈ ওলাইছোঁ। কিদৰে আৰম্ভ কৰিম তাকেহে ভাবিছোঁ। তোমাক মই থুলমূল ভাবেই কম। তুমি কালি ৰাতি দেখা ছোৱালীজনীৰ নাম ৰীতা। ৰীতা বৰা। তাই দুবছৰমান কলেজতো পঢ়িছিল। এতিয়া কলেজলৈ নাযায়। সেই হিচাপত তাই শিক্ষিতা। লগত যে বুঢ়া মানুহজন দেখিছিলা, সেই মানুহজন ৰীতাৰ আপোন। সম্পৰ্কটো আন্দাজ্ কৰি লোৱা ; পাছত কম।" এইখিনি কৈয়েই বিজিত অলপ থমকি ব'ল। তাৰ পাছত চিগাৰেটত এটা টান মাৰি এছট্ৰেত চেপি চিগাৰেটটো নুমাই থৈ তেওঁ আকৌ কবলৈ ধৰিলে, "কালি ৰাতি গৈ ৰীতাহঁতৰ ঘৰৰ অৱস্থা অলপ অনুমান কৰিব পাৰিছাই। সেই ঘটো তাইহঁতৰ নিজা ঘৰ। ঘৰখনত এটি পুৰণি আৰু গহীন সুৰ অনুভৱ কৰিব পাৰি। এসময়ত ৰীতাহঁত চহকী আৰু সম্ভ্ৰান্ত পৰিয়াল আছিল। এতিয়াও লোক সমাজত সম্ভ্ৰান্ত পৰিয়াল ; কিন্তু চহকী মুঠেই নহয়। ঘৰখনত এতিয়া আৰ্জে তা কোনো নাই। পুৰণি মাটি-বাৰীবোৰ নাইকিয়া হৈ গ'ল। ঘৰখন চলাবলৈকে টান। অৱস্থা পৰি আহিলেও ৰীতাৰ দেউতাকে সৰুসুৰা কাম কৰিবলৈ লাজ পালে। পুৰণি কলীয়া যি সম্পত্তি

আছিল সকলো ভাঙি-পাতি খাই তেওঁ অন্ত কৰিলে। ৰীতাৰ মাক আগেয়েই ঢুকাইছিল।”

অজয়ে মাজতে বাধা দি কলে, “এতিয়া ৰীতাৰ দেউতাক ক’ত?”

“ৰবা। শুনি যোৱা। ঘৰত মানুহ বুলিবলৈ থাকিলে তুমি কালি লগ পোৱা সেই বুঢ়াজন। আত্মীয় স্বজন সকলে সিহঁতৰ দুৰ্দিন দেখি আগেয়েই আঁতৰিছিল। এইবোৰ কথা মই আগেয়ে নাজানিছিলো। আজি এবছৰ মানৰ আগতে এটা সামাজিক অনুষ্ঠানত ৰীতাৰ লগত মোৰ পৰিচয় হ’ল। বুঢ়াজনক মই আগেয়েই জানিছিলোঁ। বুঢ়ৰ অভাৱগ্ৰস্ত আৰু সৰ্বস্বান্ত অৱস্থাই ৰীতাক এই পথলৈ ঠেলি দিছে, এই কথা বুজিবলৈ ৰীতাৰ সময় লাগিব। তাইৰ এতিয়া উভতিবলৈ পথ নাই। এই সুযোগ লোৱাৰ বাবে তুমি মোক অমানুহ বুলিব নোৱাৰা। কলেজত পঢ়ি থকা দিনত তাই কাৰোবাৰ প্ৰেমত পৰিছিল; সেই ডেকাজনে তাইক ঠগিলে। ৰীতাৰ লগত মোৰ সম্পৰ্ক টকাৰ জৰিয়তে; কিন্তু তাই কেতিয়াও মোৰ টকা পৰা লোৱা নাই সেই টকা গৈ পৰে বুঢ়াৰ হাতত। এতিয়া ঘৰখনৰ আৰ্জনৰ বাট কেৱল ৰীতাৰ হাতত; ঘৰখনক পোহপাল দিছে ৰীতাই। মোৰ ধাৰণা ৰীতাৰ আৰু প্ৰেমিক আছে। এতিয়া অৱশ্যে ৰীতাই বিয়া কৰোৱা উচিত। তাই যে ভাল দৰা পাব, এই বিষয়ে মই নিঃসন্দেহ। ৰীতাৰ ৰূপ-গুণ দুয়োটাই আছে।”

“বুঢ়াজন ৰীতাৰ কি হয়?”

“কৈছোৱেই নহয় সম্পৰ্কীয়। সমাজত মানী, জ্ঞানী হৈ জীয়াই থকাৰ হেঁপাহত তেওঁ এতিয়া ৰীতাৰ দেহৰ আৰ্জন খাইছে। এই আৰ্জন তথাকথিত সৎ পথৰ নহয়। তথাপি সমাজে এইবোৰ জানিব পৰা নাই বাবেই এইবোৰ পাপ কাম নহয়। মই ভাবোঁ, এনেবোৰ কাম দেখ দেখ্‌কৈ চলিত হোৱাই ভাল; লুকাই চুৰিকৈ কৰা

কামতহে পাপবোৰ লিপিট খাই থাকে। তুমি বোধহয় এই কাহিনীত কাৰুণ্য বিচাৰি পাবা; কিন্তু মই পাইছোঁ জীয়াই থকাৰ উন্মাদনা। মোৰ নিচিনা বহুত কণ্ট্ৰেক্টৰ আছে; সিহঁতে টকাহে চিনিছে। মই টকা আৰু জীৱন দুয়োটাকেই চিনিছোঁ।"

"বুঢ়াজন ৰীতাৰ কি হয়?" অজয়ে আকৌ সুধিলে।

"ৰীতাৰ মোমায়েক।"

"মোমায়েক?" অজয় আচৰিত হ'ল।

"এৰা। ৰীতাৰ অকৃতদাৰ মোমায়েক। তেওঁৰ নাম নীলাম্বৰ দাস। উচপ্ খাই মুঠিবাচোন। ৰীতা দেউতাকৰ দ্বিতীয়া স্ত্ৰীৰ সন্তান। দ্বিতীয়া স্ত্ৰীৰো মৃত্যু হৈছে। এতিয়া দেউতাকে গাভৰু তৃতীয়া স্ত্ৰী লৈ উজনিৰ গাওঁ এখনত আছে। ৰীতাহঁতৰ এই ঘৰটো এতিয়া মোমায়েকৰ। মোমায়েকে কিছু টকা-পইছা দি কিছু জাল-ষড়যন্ত্ৰ কৰি এই ঘৰটো ভনী জোঁৱায়েকৰ পৰা দখল কৰিছে। মাহীমাক আৰু দেউতাকৰ লগত ৰীতাৰ এতিয়া কোনো সম্পৰ্ক নাই। তাই আৰু তাইৰ সৰু ভায়েকটো—এই সৰু সংসাৰখন দুষ্ট মোমায়েকৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল। ঘৰ থাকিও সিহঁত অঘৰী, পিতৃ থাকিও পিতৃহীন, সংস্কৃতি আৰু স্বজন থকাতো ছিন্নমূল। মোমায়েক নীলাম্বৰ দাসৰ স্বভাৱ-চৰিত্ৰ আগৰে পৰা বেয়া আছিল। দ্বিতীয় মহাযুদ্ধৰ শেষৰ পিনে আঘাত পাই তেওঁ কঠিন কামৰ বাবে অনুপযুক্ত হৈছে। তাহানি মিলিটাৰী আছিল বাবে তেওঁ সামান্য পেঞ্চন পায়; সেই টকাৰে নোজোৰে। ৰীতাক আগবঢ়াই দি মোৰ পৰা টকা পইছা নি থাকে।"

অজয়ে নীৰৱে শুনি গ'লে।

"কান্তি-শৰ্মাৰ দৰে টকা ঢালি আছোঁ। ইমান যে টকা ঢালিছো, এইবোৰ চেনেহৰাকৈ কৰা নাই। কোনে সিদ্ধান্ত লওঁতে মোৰ খেবো-গেবো নালাগে। বাৰু ষ'ক এইবোৰ। শুনি তোমাৰ আমনি লগা নাইনে?"

"তুমি বীতাক কিবা আশা দেখুৱাইছা নে ?"

"কেনেকুৱা ?"

"বিয়া কৰিবা বুলি ?"

বিজিতে অলপ তলমূৰ কৰি উত্তৰ টো মনতে জুকিয়াই লৈ ক'লে, "এসময়ত তেনে আশা দেখুওৱা নাই বুলি কব নোৱাৰিম। কিন্তু সেইবোৰ কেৱল টেক্‌টিকছ ; যুদ্ধ এখনত লব লগা প্ৰয়োজনীয় কৌশল। এতিয়া চীনা আক্ৰমণৰ সময়ত বিভিন্ন টেক্‌টিক্‌ছ্ গ্ৰহণ কৰাটো প্ৰয়োজনীয় হৈ পৰিছে। ছেক্স মানে নাৰী আৰু পুৰুষৰ মাজত এখন যুদ্ধহে। এই নৰ নাৰীৰ যুদ্ধত প্ৰয়োজনীয় কৌশল অৱলম্বন কৰাৰ বাবে তুমি মোক অপৰাধী বুলি ভাবিলে ভুল হব।"

গম নোপোৱাকৈয়ে কথাৰ সুৰ গহীণ হৈ আহিছিল। হঠাৎ বজিতে উঠি হাঁহিবলৈ চেষ্টা কৰি ক'লে, "ছিঃ, কি কথাবোৰ যে কৈ আছোঁ! কামলৈ যাবলৈ মোৰ বেলি হলেই।"

"মোৰো সাজু হবৰ হ'ল। বাহিৰতো অলপ কাম আছে।" অজয়ে কলে।

"আজি থাকিব নোৱাৰানে ?"

"তোমাক আগেয়েই কৈছোঁ।"

"মোক বেয়া পোৱা নাইতো ?"

"ছিঃ, তোমাক বেয়া পাম কেলেই ?"

"কি ঠিক, তুমি সাহিত্যিক মানুহ। কিমান যে সেন্টিমেন্ট্! ক'ববাত দুখ পাবও পাৰা।"

অজয়ে মিচিকিয়াই হাঁহিলে। "নাই, নাপাওঁ দুখ। অৱশ্যে চেন্টিমেন্ট্‌বোৰ লৈয়েই বাচি আছোঁ। দুপৰীয়া ভাত খোৱাৰ পাছত মই যাম গধূলিৰ লগে লগে অন্ততঃ গুৱাহাটী গৈ পোৱাকৈ যাব লাগিব।"

'তেনেহলে যাবা। মই গধূলিহে উভতি আহিব পাৰিম।"

বিজিতে সম্মতি জনালে। তেওঁ চিগাৰেট এটা জ্বলাই লৈ সুধিলে, "আকৌ কেতিয়া আহিবা?"

"কব নোৱাৰোঁ। সীমান্তত যিহে ভল ওপৰ লাগিছে, আহিলে তোমাক লগ পাম জানো? হয়তো ক'ৰবাত ব্যস্ত থাকিবা।"

"ব্যস্ত থাকিম। ঠিকা বাঢ়িব। টকা আহিব। যুদ্ধ সম্পৰ্কে মোৰ অন্য ধাৰণা নাই। ছুপইছা ঘটিব পৰা যাব। সেইবোৰ যিয়েই নহওক, আহিলে তুমি মোৰ ঘৰত থাকিবা। বীতাৰ কথা কৈ তোমাক বেজাৰ নিদিওঁ।"

বিজিত ঠিকাৰ কামত যাবলৈ সাজু হ'ল। অজয়ে একো উত্তৰ নিদি কাপোৰ-কানি বোৰ চপাবলৈ ধৰিলে।

## ॥ আঠ ॥

গাইজনীয়ে জাবৰৰ দমৰ পৰা ঘাঁহ বিচাৰি খাই আছে। মাজে মাজে একোবাৰ তাই মূৰ তুলিছে। ওচৰতে থাকি কোনোবাই আক্ৰমন কৰি তাইক খেদিবলৈ চেষ্টা কৰিব পাৰে নেকি তাকে তাই একোব ৰ চাইছে। দমটোৰ জাবৰ বোৰে গাইজনীৰ নিয়ৰ ভঙাত ঠেকা খাইছে। সেইবাবে তাই মাজে মাজে মূৰটো জোকাৰিছে।

ৰেল-ষ্টেচনত গাড়ীৰ কাৰণে অপেক্ষা কৰি ৰৈ থাকি হঠাৎ গাইজনীৰ পিনে অজয় বৰদলৈৰ চকু গ'ল। তেওঁৰ হাতত একো কাম নাই। হাতত সময়ো যথেষ্ট আছে। গাইজনীয়ে কিদৰে জাবৰ দমৰ পৰা টানি টানি ঘাঁহ খাইছে সেই দৃশ্যটোকে তেওঁ অন্যমনস্ক ভাবে চাই ৰ'ল। এনে সময়ত ষ্টেচন পৰিস্কাৰ কৰিবলৈ অহা এজন জমাদাৰে গাইজনীক খেদি আঁতৰাই নিলে। জাবৰৰ দ'মটো অৱশ্যে একেদৰেই থাকিল।

সেইপিনৰ পৰা চকু ঘূৰাই অজয়ে বাকী তিনিপিনে এবাৰ চাই ললে। ৰেল লাইনৰ ওচৰলৈ আহি তেওঁ গাড়ী অহাৰ আন্দাজ কৰিবলৈ চেষ্টা কৰিলে। তেওঁৰ চকুঘূৰিয়ে লাইন দুটাৰ ওপৰেদি বহুদূৰলৈ দৃষ্টি পেলালে। সমান্তৰাল ৰেল লাইন দুটা অলপ দূৰত মিলিছে। দূৰৰ ঘৰবোৰ মানুহৰ সাৰ শুৰ নোহোৱা নিজান। ওচৰৰে আন দুটা লাইনৰ ওপৰত মালগাড়ী এখন ৰৈ আছে। তাৰে অলপ আঁতৰত এটা ভগা ডবা। আওপুৰণি।

ৰেল লাইনৰ ওচৰৰ পৰা অজয়ে আহি প্লেটফৰ্মত উঠিল। হঠাৎ ৰীতা ৰবাৰ কথা তেওঁৰ মনলৈ আহিল। ৰীতাৰ সম্পৰ্কত

তেওঁ কিছু খবৰ পালে। এটা ক্ষয়িষ্ণু সভ্যতাৰ ভাৰ আৰু অভিশাপ বহন কৰিছে বীতাই। অথচ, কিমান সহজে মানুহে এই অসহায়তাৰ সুযোগ লৈছে, কিমান সহজে তাইক অপৰাধী কৰি তুলিছে! সেই ৰাতিৰ পংকিল পৰিবেশত বীতাক দেখিও তেওঁৰ মনত কোনো নীতি-বিৰোধী ভাৱৰ উদয় হোৱা নাছিল। বীতাৰ কথা সুঁৱৰি তেওঁৰ মনলৈ এটা বিষাদৰ ভাৱ আহিল।

টিং লিং, টিং লিং, টিলিলিং। ষ্টেচনৰ ঘণ্টাত কোব পৰিল। এতিয়া টিকিট বেচিব। অজয়ৰ চিন্তাৰ সূত্ৰ ছিগি গ'ল। তেওঁ টিকিট খিৰিকিৰ ওচৰলৈ গ'ল। সন্মুখত কিছুমান মানুহ দেখি তেওঁ পাছত থিয় দি ৰ'ল।

"তুমি?" টিকিট-খিৰিকিৰ ওচৰেদি গৈ থকা জয়ন্ত চৌধুৰীয়ে তেওঁক দেখি আচৰিত আৰু আনন্দিত হৈ মাতিলে।

"যোৱাকালি আহিছিলোঁ। বিজিত দত্তৰ ঘৰত থাকিলো। তুমি ক'লৈ যোৱা?"

"আন কামত আহোঁতে ইয়ালৈ আহি অলালোঁ। ষ্টেচন মাষ্টাৰ মুখাৰ্জিৰ লগত মোৰ আগৰে পৰা চিনাকি আছে। কিন্তু তুমি মোৰ ঘৰতহে থকাৰ কথা আছিল! আগৰ কামটোৰ সম্পৰ্কতে আহিছিলা নে?"

'ৰ'বা। আগেয় টিকট টো লও'।"

অজয়ে জয়ন্তক ৰ'বলৈ কৈ টিকট টো কিনি টিকট খিৰিকিৰ পৰা আঁতৰি আহিল। তেওঁ ক'লে, "মেথিলেটেড্ স্পিৰিট চাপ্লাই কৰিব পাৰোঁ নে তাৰে চেষ্টাত আছোঁ। ইয়ালৈ আহে দৰ্খাস্তখন ওপৰলৈ ফৰোৱাৰ্ড কৰি পঠালোঁ।"

জয়ন্ত চৌধুৰীয়ে গহীন সুৰত ক'লে,

'মোৰ ঘৰলৈ নোযোৱা বাবে বেয়া পাইছোঁ।"

অজয়ে জয়ন্তৰ হাতত টানি ধৰি ক'লে, "ব'লা হাতত সময় আছে। অলপ আঁতৰত প্লেটফৰ্মৰ বেঞ্চত বহি জিৰাওঁগৈ।" জয়ন্তই তেওঁৰ লগে লগে আগবাঢ়ি গ'ল।

প্লেটফৰ্মৰ বেঞ্চত বহি জয়ন্তই সুধিলে, "বীণা কেনে আছে?"

"ভালেই। মাজে সময়ে তোমাৰ কথা উলিয়ায়। এবাৰ চিলঙলৈ ব'লা। বহুদিন তেজপুৰত একে লেখাৰিয়ে থাকিলা।"

"ভাবি চাম।"

'সাংবাদিকতা তুমি নেৰিবও পাৰিলাহেঁতেন। আজিকালি পক-লোৱে কনফৰ্মিষ্ট, এই সত্যটো তুমি নজনা নহয়। আজিৰ দিনত ক'তো নন্ কনফৰ্মিষ্ট বিচাৰি নাপাবা। নিজে নন্-কনফৰ্মিষ্ট হোৱাটো সেইবাবে বিপদ জনক।"

জয়ন্তই নীৰৱে শুনি গ'ল। অজয়ে সেই নীৰৱতাক উপেক্ষা কৰি ক'বলৈ ধৰিলে, 'আমাৰ ভুল কি জানা? আমি যি কোনো সত্য একোটাক প্ৰতীকৰ মাজেদি বিচাৰোঁ। আমাৰ আদৰ্শও প্ৰতীকধৰ্মী। কিন্তু কাব্যত প্ৰতীক স্থায়ী হলেও, জীৱনত নহয়। চিৰ সত্য বা ঈশ্বৰ স্থিৰ হলেও বাকী সত্যবোৰ ৰিলেটিভ্— সময়ৰ লগে লগে সেইবোৰৰ মৌলিক বা গভীৰ পৰিৱৰ্তন ঘটে জীৱনৰ অৰ্থ বিচাৰি হাবাথুৰি খোৱাটোও নিৰৰ্থক; কাৰণ এই অৰ্থ অনৰ্থবোৰ ৰিলেটিভ্ হে।"

জয়ন্তই এইবাৰ ক'লে, "তুমি কি কব খুজিছা, মই বুজিছোঁ। কিন্তু তেনে আলোচনাবোৰ মই পাছলৈ থম। ষ্টেচনত গাড়ীলৈ বাট চাই এনে তত্ত্বৰোৰ আলোচনা কৰাৰ কাব্যিক প্ৰেৰণা তোমাৰ নিচিনা কবি মানুহৰ থাকিব পাৰে, মোৰ হলে নাই? অৱশ্যে উচিত সময়ত এই আলোচনা কৰিবলৈ মই ৰাজী আছোঁ। এতিয়া কোৱা, কিয় মোৰ ঘৰলৈ নাহিলা।"

"তোমাৰ লগত থাকিম বুলিয়েই আহিছিলোঁ। বিজিতৰ পালত পৰি বৈ গলোঁ। বিজিতে খুব বেয়া পালেহেঁতেন।"

"বিজিতক মযো বহুদিন লগ পোৱা নাই।"

ঠিকাৰ কামত ব্যস্ত। অলপ টকাও ঘটিছে। তুমি তো জানাই, এসময়ত বিজিত কেনে অনাটন ক্লিষ্ট আছিল। মই স্থায়ৰ পথত বিশ্বাস কৰোঁ। মানুহ অন্ততঃ যিমান পৰা যায় সৎ হোৱা উচিত। কিন্তু বিজিতে স্থায় অন্যায়ৰ ধাৰ নাধাৰে। যুদ্ধখন যেন তাৰ বাবেহে আহিছে। সি যুদ্ধখন চলি থকাটোকে বিচাৰে।"

"যুদ্ধখনৰ সম্পৰ্কে প্ৰতিজন মানুহৰ নিজা মত শুনিবলৈ পাবা। প্ৰত্যেকেই আপোন সীমাৰ মাজত যুদ্ধ সম্পৰ্কে চিন্তা কৰিছে। সহজেই মানুহৰ মানসিক সীমাবদ্ধতাৰ উমন পাবা। যুদ্ধখনে আমাক এটা কথা অন্ততঃ শিকাইছে যে যুদ্ধ সম্পৰ্কে বা প্ৰতিৰোধ সম্পৰ্কে আমি অনেক পৰিমাণে অনভিজ্ঞ।"

"চিলঙৰ শৈলশিখৰত থাকি এইবোৰ মই বেছি গম নাপাওঁ। তোমাৰ ভালনে ?

"ভালেই।"

"নতুন কিবা চিন্তা কৰিছা নেকি ?"

"প্ৰেম এটাত লাগিম বুলি ভাবোঁ।" জয়ন্তই ক'লে।

॥ ৯ ॥

আবেলিৰ চাহৰ মিমন্ত্ৰণ ৰক্ষা কৰিবলৈ জয়ন্ত চৌধুৰীয়ে দীলিপ ফুকনৰ ঘৰলৈ গৈছিল। ফুকনৰ লগত কথা পাতি ভালেখিনি সময় কটাই তেওঁ উভতিব খোজোঁতে মিচেচ ফুকনে ক'লে. "ঘৰত তো একো কাম নাই। গৈ নো কি কৰিব?"

"আজি যাওঁ। আন এদিন আহিম।"

"নিশ্চয় আহিব। আন এদিন নহয়, অনেক দিন।"

মিচেচ ফুকনৰ কথাত ফুকন আৰু জয়ন্ত উভয়েই ৰস পাই হাঁহি পেলালে।

ফুকনৰ ঘৰৰ পৰা ওলাই জয়ন্তই আলিবাট পালেহি। পথটি নিৰ্জন হৈ পৰিছে। পাহাৰুৱা ঠাই বাবে এইপিনে গধুলিৰ পাছত মানুহৰ সমাগম তাকৰ। ওচৰৰ লুইতৰ পৰা পাতল বতাহ বৈ আহিছে। এই বতাহে আৰু অলপ আগুৱাই জিলা পুথিভাঁৰালৰ খিৰিকিৰ কাঁচত ঠেকা খাব। মানুহ ঘৰাঘৰি যোৱাৰ সময় হল। অলপ দূৰ গৈয়েই তেওঁ অভিনেতা জীৱন ছত্ৰবাক লগ পালে।

"ছত্ৰবা নহয়নে? অকলে ফুৰিছে যে?"

"সদায় অকল শৰীয়া, বুজিছে? লগ বিচাৰি আজি আপোনাৰ ওচৰলৈকে আহোঁ বুলিছিলোঁ।" ছত্ৰবাই উত্তৰ দিলে।

"মোৰ ওচৰলৈ? নাহিল কিয়?"

"হয়, আপোনাৰ ওচৰলৈকে। আপোনাৰ লগত মোৰ এটা বিশেষ কাম আছে। আহক, বাটে বাটে কৈ যাওঁ।"

দুয়ো আগবাঢ়িল। ইলেকট্ৰিক লাইটৰ ক্ষীণ পোহৰে আলিবাটটো আধা পোহৰ আৰু আধা ছাঁত আচ্ছন্ন কৰি ৰাখিছে। "কওক";

জয়ন্ত চৌধুৰীয়ে ক'লে।

"বিশেষ একো কঠিন কাম নহয়। আপুনি মোৰ এটা অনুৰোধ ৰাখিব লাগে। অভিনয়ৰ কাৰণে আপুনি এখন নাটক লিখি দিব লাগে।"

"নাটক?" জয়ন্তই উচপ্ খালে।

"মই কিবা অবাস্তৱ কথা কৈছোঁনে?

"আপুনি বাস্তৱ কথাকেই কৈছে। মই নাটক লেখিব পাৰিম বুলি আপোনাৰ ধাৰণা হ'ল কেনেকৈ?"

ছুৰবাই আশাভৰা চকুৰে জয়ন্তলৈ চাই উত্তৰ দিলে, "আপুনি অকলশৰে থাকে, কাম-কাজ নাই, শিক্ষিত লোক। তাতে আধুনিক। এখন গুৰুত্বপূৰ্ণ সামাজিক নাটক লিখিবলৈ মোৰ বোধেৰে আপুনিয়েই উপযুক্ত লোক।"

"হঠাৎ নাটকৰ এনে অভাৱ হ'ল কেনেকৈ?"

"নাটকৰ অভাৱ চিৰদিনৰ। ভাল নাটক পোৱাটো এটা বিৰল অভিজ্ঞতা। আজি ছুমাহ ধৰি মই ঘূৰিছোঁ। এখন ভাল নাটকৰ সন্ধান কৰি ঘূৰি ফুৰিছোঁ; পোৱা নাই। তেনেহলে আপুনি কথা দিছে, নহয় নে? লিখিব তো? আমাক কিন্তু সোনকালেই লাগে।"

"নাটক লিখিব মই নাজানোঁ।" জয়ন্তই নিৰুপায় হৈ ক'লে।

ছুৰবাৰ উৎসাহত অলপ চেঁচা পানী পৰিল। অথাপি তেওঁ নিৰাশ নহৈ যুক্তিৰে বুজাবলৈ ধৰিলে, "আমাৰ অৱস্থাটো চাওক। এমাহ মানৰ আগেয়ে আমাৰ সংগী সকলে নাটক এখন বিচাৰি উলিয়াইছিল। নাটক খনৰ নাম 'সীতা'। যোৱা কুৰি বছৰৰ ভিতৰত কমপক্ষেও ছকুৰি বাৰ সেই নাটকত অভিনয় কৰিছোঁ। সেই আদি কালত সহ অভিনয়ৰ প্ৰচলন নাছিল। প্ৰথমে সীতাৰ ভূমিকা লৈছিলোঁ; বয়স বাঢ়ি আহিলত ৰামৰ ভূমিকা লওঁ।"

জয়ন্তৰ ওঁঠত হাঁহি বিৰিঙিল।

দুৰবাই আকৌ ক'লে, "যোৱা কুৰি বছৰৰো অধিক কাল ধৰি চিন্ টানিছোঁ আখৰা দিছোঁ, চকী, মেজ টনা টনি কৰিছোঁ। দুখ কষ্ট, অপমান, অপযশ, একোকেই তুলা হেন জ্ঞান কৰা নাই। তথাপি কোনো খন নাটকতেই অভিনয় কৰি মই সম্পূৰ্ণ সুখী হোৱা নাই। প্ৰতিবাৰ অভিনয় কৰাৰ পাছতে অনুভব কৰোঁ যেন ক'ৰবাত ছন্দ-পতন হ'ল, যেন ক'ৰবাত কোনোবাখিনিত অভিনয় বাস্তৱ নহ'ল, সবল আৰু প্ৰানবন্ত হৈ নুঠিল। এই খুঁত্ খুতীয়া মমান বিচৰাৰ কাৰণে নিজৰ ওপৰতে বিতুষ্ট হৈ প্ৰতিবাৰেই অভিনয় নকৰোঁ বুলি শপত খাইছোঁ।"

"তাৰ পাছতো নিশ্চয় অভিনয় কৰিছে?"

তাৰ পাছতো অভিনয় কৰিছোঁ। সকলো প্ৰতিজ্ঞা আৰু অনুতাপ পাহৰি আকৌ অভিনয়ত নতুনকৈ প্ৰাণ ঢালি দিছোঁ ইয়াকেই আপনি শিল্পীৰ অসন্তুষ্টি বুলি কব পাৰে। অৱশ্যে মই নিজকে শিল্পী বুলি নাভাবোঁ।"

তেওঁলোক আহি জনবহুল আলিবাট পালেহি। দুৰবাই কথা কৈ কৈ ভাগৰি পৰিছিল। তেওঁ নীৰৱে খোজ পেলাবলৈ ধৰিলে। জয়ন্তৰ মানত দুৰৱা এজন অদ্ভুত মানুহ যেন লাগিল—" তেজপুৰৰ অগনন মানুহৰ মাজৰ এজন হৈ ও তেওঁ যি কোনো এজন নহয়, আনৰ লগত তেওঁৰ ব্যক্তিত্বৰ পাৰ্থক্য আছে। দুৰবাই তেওঁৰ অন্তৰৰ নিভৃতত এক বিশেষ ব্যক্তিত্ব আৰু জীৱনবোধ পুহি ৰাখিছে—সেই বিশেষ জগতত তেওঁ সম্পূৰ্ণ, একক আৰু সুনিশ্চিত। জয়ন্তই দুৰবাৰ মুখলৈ চালে। দুৰবা আপোন ভাৱত মগ্ন।

'দুৰবা?"

"কওক।"

"আৰু দুখোজ গলেই মোৰ ঘৰ পাম। আহক, আপুনি

মোৰ ঘৰত সোমাই অলপ বহি যাব।" জয়ন্তই ক'লে।

'যদি আপোনাৰ একো অসুবিধা নাথাকে।'

"অসুবিধা হ'ব কিয়? আপুনিতো মোৰ ঘৰলৈ আহিবলৈ ওলাইছিলেই।"

ঘৰলৈ আহি জয়ন্তই লগুৱা দৰ্পবাহাদুৰক দুকাপ চাহ দিবলৈ কলে। দুৰ্বাক কহিবলৈ চকী এখন আগবঢ়াই দি তেওঁ নিজে বিছনাত ব'হিল।

দুৰ্বাই কোঠাটোৰ পিনে চকু ফুৰাই কলে, "ইমানবোৰ কিতাপ।"

"এইবোৰেই মোৰ নিৰ্জনতাৰ লগৰি।"

"মোৰ সম্পূৰ্ণ বিশ্বাস হৈছে যে আপুনি নাটক লিখিব পাৰিব।" দুৰ্বা মূল কথালৈ আহিল।

"আপুনি নিজেই লিখিবলৈ যত্ন নকৰে কিয়!"

দুৰ্বাই এটা হুমুনিয়াহ পেলাই কলে, "যত্ন নকৰাৰ কাৰণ আছে। যত্ন কৰিলেও মই নোৱাৰিম। মোৰ যে ভাষা নাই। বিভিন্ন চিন্তাই তোলপাৰ লগায়। বিভিন্ন চৰিত্ৰ আৰু সংলাপে আহি জুমুৰি দি ধৰে। সেইবোৰ জুকিয়াই লৈ লিখিব নোৱাৰোঁ।।"

"এৱাৰ চেষ্টা কৰি চাওক। অসাধ্য একো নাই।" জয়ন্তই আশ্বাস দিলে।"

"আপুনিয়েই চেষ্টা কৰক। মই লগে লগে লাগি থাকিম।" উপায়হীন হৈ জয়ন্তই আন কথা উলিয়ালে, "সেইবোৰ পাছতো হ'ব। এতিয়া যুদ্ধৰ সময়ত সকলো মানুহ কামত ব্যস্ত। কিছু-মানে লাভজনক ব্যৱসায়ত লাগিছে। কিছুদিন আগতে আপুনি মোক কৈছিল যে ব্যৱসায়ৰ সম্পৰ্কত আপুনি তিনিচুকীয়ালৈ যোৱাৰ কথা আছে। সেইটোৰ কি কৰিলে?"

দৰ্পবাহাদুৰে চাহ দি গ'ল। জয়ন্তই দুৰ্বালৈ চাহৰ কাপ

আগবঢ়াই দিলে। চাহৰ কাপটো হাতত তুলি লৈ ছুৰবাই কবলৈ ধৰিলে, "তিনিচুকীয়ালৈ যোৱা তো নহয়, স্থানান্তৰ হোৱাহে। ইয়াত একো হৈ নুঠিল। তাতহে যদি ব্যৱসায়ত উন্নতি কৰিব পাৰোঁ। এবাৰ গ'লে কোন-কাহানি উভতি আহোঁ, নে উভতি নাহোঁৱেই, একো স্থিৰতা নাই। যোৱাৰ আগেয়ে মই নতুন নাটক এখনত মনৰ জোখাৰে অভিনয় কৰি যাব খোজোঁ। এই একেটা কাৰণতে তেজপুৰ চহৰখন মই এৰিব পৰা নাই।"

"বুজিব পাৰিছোঁ।"

চাহ খাই উঠি জীৱন ছুৰবাই সুধিলে,—"তেন্তে ধৰি লব পাৰোঁ যে আপুনি নাটক লিখিব?"

"আপুনি লিখিব। মই সহায় কৰিম।" জয়ন্তই নিৰুপায় হৈ ক'লে।

ছুৰবাই জয়ন্তৰ কথাষাৰ ছু শুনিলে। তেওঁ ক'লে, "আজিলৈ আহেঁ। হেঁা কিছুদিনৰ পাছত মই খবৰ লম।"

জয়ন্তক কোনো প্ৰত্যুত্তৰৰ সুযোগ নিদি ছুৰবা আঁতৰি গ'ল।

জীৱন ছুৰবাৰ কথাবোৰ শুনি জয়ন্তৰ তন্দ্ৰাৰ ভাৱ আহিছিল। ছুৰবা যোৱাৰ পাছত তেওঁ খিৰিকি এখনৰ পৰ্দা তুলি দূৰলৈ চকু দিলে। আলিবাটত বিকশ্বৱালা এজনে ভাৰা সংক্ৰান্তত কাবোবাৰ লগত তৰ্ক কৰিছে। চনেমাহলৰ পৰা গান ভাহি আহিছে। ফাষ্ট্ শো শেষ হ'ল। তেওঁ পৰ্দাখন পেলাই দিলে। জয়চন্দ্ৰনে পাছপিনৰ বাৰান্দাত লগুৱাটোক তামিল ভাষাত কিবা কৈছে। বোধহয় তেওঁলোকৰ ভাত খোৱাৰ সময় হৈছে। ছুৰবাৰ কথাবোৰে জয়ন্তৰ মনত খেলিবলৈ ধৰিলে। ছুৰবাৰ সৰহ ভাগ কথাকেই তেওঁ বুজি নাপালে। শিল্পীৰ অসন্তুষ্টি নো কি? বহুসময়ত ই এক মনে-গঢ়া বিভ্ৰান্তি। অসন্তুষ্টিয়েই শিল্পৰ মানদণ্ড নহয়, যদিও প্ৰকৃত শিল্প সাধনাত অসন্তুষ্টিৰ ঠাই থাকিবই। ছুৰবাই এই কথাটো

বুজিছে নে নাই, এই সম্পৰ্কে তেওঁৰ সন্দেহ বৈ গ'ল। কিন্তু দুৰবাৰ আন্তৰিকতাত নেওঁ নিঃসন্দেহ হ'ল।

জয়ন্তই কোঠাটোত অলপ পদচালনা কৰি আকৌ বিছনাত আহি বহিল। ছেন্দেলযোৰ তেওঁ দূৰলৈ ঠেলি থলে। পাঞ্জাবী চোলাটো সোলোকাই আলনাত থৈ দিলে। মৰমীৰ কথাও তেওঁৰ মনলৈ আহিল। মৰমীহঁতৰ ঘৰলৈ তেওঁ যাবলৈ এৰিছে। এই সময়ত মৰমীয়ে নিশ্চয় তেওঁৰ কাৰণে অপেক্ষা কৰি ভাগৰি পৰিছে। তাইৰ কাৰণে তেওঁৰ দুখ লাগিল। কিমান যে মৰম লাগে তাইক! কিন্তু তেওঁ তাইক সেই মৰম দেখুৱাব নোখোজে নেদেখুৱাব। তেওঁৰ মনত খেলালে যে তেওঁ এই মুহূৰ্তত তাইৰ কথা ভাবি আছে, এই কথাটো জানিলে তাই অবাক হৈ পৰিব।

হঠাৎ তেওঁ বিছনাৰ পৰা উঠিল। এই অসম্ভৱ চিন্তা কৰি তেওঁ নিজেই লাজ পালে। মৰমীৰ পৰা নিজে আঁতৰি আকৌ তাইৰ কথাটো ভাবিবলৈ লোৱাটো অনুচিত। বিছনাৰ পৰা উঠি তেওঁ অলপ সময় কি কৰিব স্থিৰ কৰিব পৰা নাছিল। এতিয়া গাৰ এঙামুৰি ভাঙি দৰ্পবাহাদুৰক মাতি ভাত বাঢ়িবলৈ কৈ তেওঁ কাপোৰ সালবলৈ ললে।

॥ দহ ॥

ৰাতিপুৱা জয়চন্দ্ৰনে আহি জয়ন্ত চৌধুৰীক ক'লে, "কৰ্ণেল ৰামমূৰ্তি আহিলে তেওঁৰ লগত আপুনিও আমাৰ ঘৰত ব্ৰেকফাষ্ট খোৱাৰ কথা আছিল। তেওঁ আজি ৰাতিপুৱা কিবা কামত ভোমোৰাগুৰি ঘাটলৈ গৈছিল; উভতি আহোঁতে আমাৰ ঘৰত সোমাইছে। মই তেওঁক ধৰি ৰাখিছোঁ। এতিয়া আহক আমাৰ ঘৰলৈ।" তাৰ পাছত তেওঁ মিছিকিয়াই হাঁহি ক'লে, "ঘৰ অৱশ্যে আচলতে আপোনাৰ।"

জয়ন্তই সেই হাঁহিত যোগ দি ক'লে, "ঘৰ আপোনালোকৰো; কাৰণ এই ঘৰত আপোনালোক আছে।"

কৰ্ণেল ৰামমূৰ্তিক জয়ন্তই কেইবা মাহৰো আগৰে পৰা চিনি পায়। জয়চন্দ্ৰনেই চিনাকি কৰি দিছিল। কৰ্ণেল ৰামমূৰ্তিৰ পত্নী জয়চন্দ্ৰনৰ পত্নীৰ পিনৰ পৰা সম্পৰ্কীয়া। তেজপুৰৰ পৰা অলপ আঁতৰত মিলিটাৰী কোৱাৰ্টাৰত তেওঁ সস্ত্ৰীক থাকে। আজি অৱশ্যে তেওঁ অকলে আহিছে। তেওঁ মানুহগৰাকী আদৰণীয়া ডাক্তৰ। সৈন্য বিভাগৰ ডাক্তৰৰ যথেষ্ট মান-সন্ত্ৰম তেওঁৰ আন আকৰ্ষণীয় গুণো আছে। তেওঁৰ অনন্যসাধাৰণ গুণ হ'ল : কথোপকথনৰ অদ্ভুত ক্ষমতা। কথাৰে তেওঁৰ অনন্যসাধাৰণ গুণ হ'ল : কথোপকথনৰ অদ্ভুত ক্ষমতা। কথাৰে তেওঁ মানুহক মুগ্ধ কৰি ৰাখিব পাৰে। ইয়াৰ আগেয়েও জয়ন্তই তেওঁক জয়চন্দ্ৰনৰ ঘৰত লগ পাইছে। তেওঁ দ্বিৰুক্তি নকৰি ঘৰটোৰ জয়চন্দ্ৰনৰ অংশলৈ খোজ ললে।

কৰ্ণেল ৰাম মূৰ্তিয়ে যথাবিহিত কৰমৰ্দন কৰি সুধিলে, "কেনে আছে? কেপ্টেইন যশপালে অলপতে আপোনাৰ কথা মোৰ আগত

উলিয়াইছিল। আপুনি আমাৰ আৰ্মি-মেছৰ ক্লাবলৈ যোৱাৰ কথা আছিল। নগ'ল কিয় ?"

"জয়ন্তই যাব পৰা নাই বুলি যুক্তি দেখুৱাই যুদ্ধৰ কথা উলিয়ালে, "নতুন কিবা বাতৰি আছে নেকি ?"

"মই এজন সৈনিক। মোৰ পৰা বাতৰিত কৈ মৌনতাৰ পৰিচয় হে বেছিকৈ পাব। কিন্তু এই কথাটো মই কব পাৰোঁ যে আমাৰ সৈন্যৰ নৈতিক সাহস অটুট আছে। আমাৰ চেলা গিৰিপথ সুদৃঢ়। তাৰ উপৰি টৱাং নগৰখন সুৰক্ষিত।"

জয়চন্দ্ৰনে মাজতে মাত লগালে, "আমাৰ বহুত বিষয়া চীনাসকলৰ হাতত পৰিছে বুলি এটা জনৰৱ ওলাইছে কথাটো সঁচানে ?"

"যুদ্ধত মৃত্যু আছে, বন্দত্বও আছে। সকলুৰা সৈনকক আগুৱাই নিদি উচ্চ পৰ্যায়ৰ বিষয়া সকল আগবাঢ়ি যোৱাটোৱেই আমাৰ সৎসাহসৰ কথাকে বুজায়।"

"আপোনাৰ কথাত মই পতিয়ন যাব নোখোজোঁ। আপুনি আওপকীয়াকৈ কথাবোৰ কৈছে। যুদ্ধখন আহিছে আৰু যাব। কিন্তু আমাৰ দেশৰ অৰ্থ নৈতিক পৰিবৰ্ত্তন নহয় মানে কোনো উন্নতি নাই। তেতিয়ালৈকে বহিশত্ৰুৰ আক্ৰমণৰ মুখামুখি হৈ থাকিবই লাগিব। এই উন্নতিৰ বাবে সততাৰ প্ৰয়োজন। কিন্তু আমাৰ যিটো গুণৰ আটাইতকৈ বেছি অভাৱ সেই গুণটো হ'ল সততা। অসৎ, অসৎ, সৰহভাগ মানুহেই অসৎ। অসৎ প্ৰকৃতিৰ মানুহে দেশৰ উন্নতি সাধিব নোৱাৰে। ব্যক্তিগত উন্নতিয়েই এতিয়া সৰহভাগ মানুহৰ মূল ধাৰণা হৈ পৰিছে।" জয়চন্দ্ৰনে ক্ষোভেৰে ক'লে।

জয়ন্তই শুনি গ'ল। ৰামমূৰ্ত্তিয়ে কলে, "সকলো সমস্যা মানুহৰ ভাগ্যৰ লগত জড়িত।"

এইবাৰ জয়ন্তই মাত লগালে, "ভাগ্যৰ কথা এৰক যিটো

স্পষ্ট সেইটো আমাৰ চকুত পৰা উচিত। ভাবি চাওক, ভাৰতৰ সম্পত্তি শতকৰা কিমান মানুহৰ হাতত আছে। কিছুমান মানুহৰ হাতত থকা ক'লা টকায়েই নিবনুৱা সমস্যাৰ মূল কাৰণ নহয়নে?

জয়চন্দ্ৰনে ক'লে, "মই মানুহৰ সততাৰ অভাৱৰ কথাকে কম। বেংকৰ পৰা মানুহক টকা ধাৰলৈ দিছোঁ। কিছুদিন পাছত দেখিবলৈ পাম যে সেই মানুহো নাই, তেওঁৰ দোকান পোহাৰো নাই; ৰাতিটোৰ ভিতৰতে ট্ৰাকত মাল-পত্ৰ তুলি তেওঁ নিৰুদ্দেশ। ইফালে মই তেওঁৰ হকে নিয়মানুযায়ী বীমা কোম্পানীৰ প্ৰিমিয়াম দি আছোঁ। দুপিনৰ পৰা দেশৰ ধনৰ অপব্যয়। অসৎ মানুহক স্বয়ং ভগবানেও সহায় কৰিব নোৱাৰে। ৰাষ্ট্ৰৰ সেই ক্ষমতা ক'ত?

জয়ন্তই ক'লে, "তাতোকৈ ডাঙৰ কথা, এই অসৎ মানুহ বোৰক আমিয়েই আওপাকে সহায় কৰি আহিছোঁ। চাওক, একলাখ টকা উপাৰ্জন হলে পয়সত্তৰ হেজাৰ টকা আয়কৰ দিব লাগে! অন্যান্য কৰ ও দিব লাগে। তথাপি চহকী লোক বোৰ অধিক চহকী হৈ গৈ আছে। কেনেকৈ? চহকী আৰু দুখীয়াৰ প্ৰভেদ ইমান বাঢ়ি আহিছে যে দুখীয়া শ্ৰেণীটো আৰু তললৈ নামিছে আৰু চহকী শ্ৰেণীটো অধিক ওপৰলৈ উধাইছে।"

ৰামমূৰ্ত্তিয়ে ক'লে, "সেইবাবেই মই কৈছোঁ যে সকলো সমস্যা মানুহৰ ভাগ্যৰ লগত জড়িত। বিশেষ এটা পৰিস্থিতি আৰু পৰিবেশত জন্ম হোৱাৰ বাবে এনে এটা অৱস্থাৰ পৰা নিস্তাৰ নাই। আমি এই ফল ভোগ কৰিবই লাগিব। কিন্তু ইয়াতকৈ বিড়ম্বনাময় দিন পৃথিবীলৈ আহি আছে। আপোনালোকে নিশ্চয় ব্ৰেইন্ ওৱাছিং বুলি এটা কথা শুনিছে?"

"শুনিছোঁ। আপুনি কি কব খুজিছে কওকচোন।" জয়ন্তই উত্তৰ দিলে।

ৰামমূৰ্ত্তিয়ে কবলৈ ধৰিলে, "ব্ৰেইন্-ৱাছিং আচলতে চিন্তাশক্তিৰ নিয়ন্ত্ৰণ। মিঃ চৌধুৰী, মই শুনিছোঁ, আপোনালোকৰ তেজপুৰৰ কন্যা উষাই সুদূৰ গুজৰাটৰ পৰা অনিৰুদ্ধক আকৰ্ষণ কৰি আনিছিল; তাৰ ফলত হৰি হৰ যুদ্ধ হৈছিল। উষাই অনিৰুদ্ধক আকৰ্ষণ কৰাৰ মূলত চিন্তাশক্তিৰ নিয়ন্ত্ৰণ আছিল নে নাই মই কব নোৱাৰিম। আপুনি কথাটো ভাবি চাব পাৰে। আচলতে চিন্তা-শক্তিৰ নিয়ন্ত্ৰনক মানুহে সদায় ভয় কৰি আহিছে। মই এজন ডাক্তৰ; সেইবাবে এই গোটেই প্ৰক্ৰিয়াটোৱেই যে শাৰীৰতাত্বিক, এই কথাটো মই কব পাৰো। মিঃ চৌধুৰী আৰু মিঃ জয়চন্দ্ৰন, আপোনালোকে নিশ্চয় বিখ্যাত শাৰীৰতাত্বিক, পাভ্‌লোভৰ নাম শুনিছে। পাভ্‌লোভৰ কুকুৰটোৰ কথাও নিশ্চয় মনত ৰাখিছে। কুকুৰটোক সদায় নিৰ্দিষ্ট সময়ত ঘণ্টা বজাই খোৱাৰ আহাৰ দিয়াৰ পাছত আহাৰৰ সময় নোহোৱাতো ঘণ্টা বজালে তাৰ ভোক লাগিবলৈ ধৰিলে। জন্তুৰ ক্ষেত্ৰত যিটো খাটে মানুহৰ ক্ষেত্ৰতো সিটো খাটিব। যদি এনে হয় যে ঘণ্টা বজাই কেতিয়াবা আহাৰ যোগোৱা হয়, কেতিয়াবা আহাৰ যোগোৱা নহয়, তেন্তে কুকুৰটোৱে কি কৰিব? তাৰ মনত বিভ্ৰান্তিৰ সৃষ্টি হব; সি কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিব। এনে অবস্থাত যদি তাক শাৰীৰিক কষ্টত ৰখা হয়, সি দুৰ্বল হৈ পৰিব। অৱশেষত এনে এটা অৱস্থা হব যে সি তাৰ অত্যাচাৰীৰ লগত আবেগিক ভাবে মিলিবলৈ বাধ্য হব। পাভ্‌লোভৰ সূত্ৰৰ এই ব্যৱহাৰিক প্ৰয়োগৰ পৰা সমগ্ৰ মানৱ জাতিৰ ক্ষতি হব ধৰিছে।"

জয়ন্তই সুধিলে, "যদি মানুহজনে অত্যাচাৰীৰ লগত সহযোগিতা নকৰে, যদি প্ৰতিৰোধী মনোবৃত্ত লয় তেন্তে কি হব?"

"তেনে অৱস্থাই চিন্তাশক্তি নিয়ন্ত্ৰনৰ বিৰুদ্ধে কাম কৰিব কিন্তু মানুহৰ শৰীৰৰ ক্ষমতা পৰিমিত। আচল ক্ষমতা মস্তিষ্কৰ; কিন্তু মস্তিষ্কৰ ক্ষমতাও পৰিমিত। মানুহৰ শৰীৰৰ বা মস্তিষ্কৰ

প্রতিবোধ ক্ষমতাৰ এটা সীমা আছে; এই সীমা পাৰ হৈ গ'লে মানুহ ভাগি পৰে বা তেওঁ বলিয়া হৈ যায়।"

"তথাপি মানুহে সাধ্যমতে প্ৰতিৰোধ কৰা উচিত।" জয়ন্তই ক'লে।

ৰামমূৰ্ত্তিয়ে আলোচনাৰ গাম্ভীৰ্য পাতলাই মিচিকিয়াই হাঁহি কলে, "মজাৰ কথা কি জানে? এই প্ৰক্ৰিয়াটো চলি থকা অৱস্থাত অত্যাচাৰী বা প্ৰজিকিউটৰ্ আৰু বন্দী বা আচামী উভয়ৰেই চিন্তাশক্তি নিয়ন্ত্ৰিত হৈ পৰে; ব্ৰেইন্ ওৱাছিং উভয়ৰেই হয় অত্যাচাৰীয়েও বন্দীৰ লগত আবেগিক ভাবে জড়িত হয়। অত্যাচাৰীৰ কি ক্ষতি হয় তাৰ হিচাপ না থাকে; কিন্তু বন্দীয়ে বধ্যভূমিলৈ বা দাসত্বলৈ গতি কৰে। অৱশ্যে পহিলাৰে পৰা শেষলৈ প্ৰতিৰোধী ক্ষমতাৰ অধিকাৰী লোকৰ কথা সুকীয়া; কিন্তু তেওঁৰো ক্ষমতা পৰিমিত।"

জয়চন্দ্ৰনৰ পত্নীয়ে ওলাই আহি এখন্তেক তেওঁলো'কৰ লগত বহিল। তেওঁ জয়ন্তক সুধিলে, "আজিকালি দেখাকে নাপাওঁচোন? ক'তনো থাকে?"

জয়ন্তই হাঁহি উত্তৰ দিলে, "চলি আছে দিনবোৰ।"

অলপ পাছত জয়চন্দ্ৰনৰ পত্নীয়ে এবাৰ ভিতৰলৈ গৈ আকৌ আহি তেওঁলোকক ক'লে, "অলপ পলম হৈছে। বেয়া নাপাব।' তেওঁ আকৌ ভিতৰলৈ গ'ল। জয়ন্তই ক'লে, "কৰ্নেল ৰামমূৰ্ত্তি, আপোনাৰ কথাবোৰ বুজিলোঁ। কিন্তু মোৰ কি ধাৰণা জানে? এই সূত্ৰমতে আমাৰ সকলোৰে চিন্তাশক্তি নিয়ন্ত্ৰিত হৈয়েই আছে। অন্যায় দেখিলেও আমি নিমাতে থাকোঁ। অসৎ উপায় অৱলম্বন কৰিবলৈ আমাৰ একনো লাজ নালাগে। অসৎ লোকে খাদ্যত বিষাক্ত বস্তু মিহলাই বিক্ৰি কৰিলেও আমি নেমাতোঁ; সেই বিষাক্ত বস্তু খাই যেতিয়া অগনন মানুহ চিৰদিনলৈ পংগু হৈ পৰে তেতিয়াও আমি নীৰৱে সহ্য কৰি থাকো। আমাৰ চিন্তাশক্তি নিয়ন্ত্ৰিত হোৱা নাইনে?"

"আমি মধ্যবিত্ত মানুহবোৰৰ চিন্তাশক্তি যে কিম্বা এক আলস্য আৰু স্নব মনোবৃত্তিৰ দ্বাৰা নিয়ন্ত্ৰিত এই কথাত ময়ো বিশ্বাস কৰোঁ।" ৰামমূৰ্তিয়ে কলে।

জয়চন্দ্ৰনে অলপ ৰগৰ কৰি কলে, "কৰ্নেল, সকলো মধ্যবিত্ত মানুহৰে স্নব মনোবৃত্তি নহয়। তাৰ উপৰিও স্নব কথাটোৰ অভিধানগত অৰ্থ জানিলে সকলো মধ্যবিত্তই জিকাৰ খাই উঠিব।"

অলপো বিচলিত নহৈ ৰামমূৰ্তিয়ে উত্তৰ দিলে, "মই নিজেও মধ্যবিত্ত লোক বাবে মোৰ দুৰ্বলতা কি মই জানো। কিন্তু এই কথাটোও সঁচা যে মধ্যবিত্ত সকলৰ অনেক গুণ আছে। এই গুণবোৰলৈও আমি চকু দিব লাগিব। আপুনি অলপ গমি চালেই দেখিব যে সাহিত্য, বিজ্ঞান, সমাজ-সংস্কাৰ, ধৰ্ম এই সকলো বোৰতে মধ্যবিত্তৰ অবদান আটাইতকৈ বেচি। বৰ্তমান সমাজ-ব্যৱস্থাৰ যি স্থবিৰতা দেখা পাইছোঁ তাত মধ্যবিত্তৰ ঠাই নাই; আৰু চহকী এই দুই শ্ৰেণীৰ মাজত মধ্যবিত্ত শ্ৰেণীটো লোপ হৈ যাব। পৃথিবীয়ে তেতিয়া এটা বুদ্ধিমান শ্ৰেণী হেৰুৱাব।"

এনে সময়তে জয়চন্দ্ৰনৰ পত্নীয়ে আহি তেওঁলোকক ভিতৰলৈ মাতিলে। জয়ন্তই এইবাৰ জয়চন্দ্ৰনৰ পত্নীৰ পিনে ভালদৰে চাবলৈ সুযোগ পালে—যেন তেওঁ আগেয়ে তেনেদৰে দেখা পোৱা নাছিল। জয়চন্দ্ৰনৰ পত্নীৰ খোজ-কাটল বন্দনাৰ নিচিনাই; শৰীৰটোও লাহী। কিন্তু আন কথাত বিশেষ মিল নাই। জয়ন্তৰ আগৰ বিষাদ ভাৱ অলপ পাতলিল; তেওঁ বুজিলে যে স্মৃতিয়ে সদায় দুখ দিব নোৱাৰে। স্মৃতিৰ এই দুখ দিব পৰা ক্ষমতাটো পৰিমিত।

জয়চন্দ্ৰনৰ পত্নীয়ে খোৱা বস্তু আগবঢ়াই দি ক'লে, "পলম হোৱাৰ কাৰণটো এতিয়া কওঁ। কোনোবা আত্মীয় মানুহৰ উপস্থিতিৰ সম্ভেদ পাই আমাৰ ৰান্ধনি ল'ৰাটো কালিয়েই বেটেলিয়নলৈ গ'ল। এতিয়াও আহি পোৱা নাই। কিজানি

আবেলিহে আহিব। বিশেষ একো নাই। খাওক।"

ৰামমূৰ্ত্তিয়ে কেকত কামোৰ দি ক'লে, "তুমি চিন্তা নকৰিবা। আমি সকলোবোৰ খাম। মানুহে প্ৰথমতে লুণীয়া বস্তু খায়; শেষত হে মিঠা খায়। মই প্ৰথমতে মিঠা খাবলৈ ভাল পাওঁ।"

জয়চন্দ্ৰনে জয়ন্তক কিবাকিবি লবলৈ অনুৰোধ কৰিলে। তেওঁৰ পত্নীয়ে থাল এখন আগবঢ়াই দিলে। ৰামমূৰ্ত্তিয়ে জয়চন্দ্ৰনৰ পত্নীৰ পিনে চাই কলে, "ৰাধা, মই ভাবিছিলোঁ। যে তুমি মহাৰাষ্ট্ৰীয় খানা তৈয়াৰ কৰিবা। এতিয়া দেখিছোঁ, সৰ্বভাৰতীয় খানা।"

ৰাধা অৰ্থাৎ জয়চন্দ্ৰনৰ পত্নীয়ে মিচিকিয়াই হাঁহি উত্তৰ দিলে, "আমি আটাইবোৰ মিলি ইয়াত সৰ্বভাৰতীয় বাবে।"

স্বামী আৰু অতিথি দুজনক দি ৰাধাই থাল এখনত অলপ লৈ খাবলৈ বহি তেওঁলোকৰ কথা শুনিবলৈ ধৰিলে। ৰামমূৰ্ত্তিয়ে ক'লে "সঁচাকৈয়ে সৰ্বভাৰতীয়। ইয়াত মানুহে ভাৰতীয় সৈন্যক যিদৰে স্বাগতম্ জনাইছে, আপোন কৰি লৈছে, তেনে প্ৰীতি আন ঠাইত দুৰ্লভ। মোৰ কথাকে চাওক, তেজপুৰত যি কোনো চিনাকি মানুহে মোক আপোন বুলি মানে।" অলপ বৈ তেওঁ জয়ন্তৰ পিনে চাই সুধিলে, "মিঃ চৌধুৰী, আপোনালোকে যুদ্ধ খনক কিদৰে লৈছে?"

জয়ন্তই ক'লে, "অত্যন্ত সহজ ভাবে।"

"মানে?"

'জীৱনত যাৰ যেনে দৃষ্টিভংগী তেওঁ যুদ্ধখনক তেনেভাৱে লৈছে।

জয়ন্তৰ কাপত চাহ শেষ হোৱা যেন দেখি ৰাধাই তেওঁ-লোকৰ কথাৰ মাজতে ক'লে "আপোনাক আৰু অলপ চাহ দিমনে? জয়ন্তই এয়েই বহুত হৈছে, এনে ভাবত মুৰ দুপিয়াই আপত্তি জনালে।

ৰামমূৰ্ত্তিয়ে ক'লে "মিঃ চৌধুৰী আপনাৰ উত্তৰটো দৰ্শনৰ গা ঘ'হি অহা যেন হ'ল। মোৰ প্ৰশ্নটো হ'ল: মানুহে এই সময়ত কৰ্ত্তব্য অকৰ্ত্তব্য সম্পৰ্কে কেনে মনোভাৱ লৈছে?

জয়চন্দ্রনে এইবাৰ ক'লে, "মই বুজিছোঁ' আপুনি সামৰিক আৰু অসামৰিক লোকৰ কৰ্ত্তব্যৰ কথা কৈছে। এই চহৰতো অসামৰিক লোকৰ কাম-কাজ বাঢ়িছে; বিভিন্ন সভা-সমিতি গঢ়ি উঠিছে। সমগ্ৰ দেশতে এটা উৎসাহৰ জোৱাৰ উঠিছে।"

"মই কৈছোঁ অসামৰিক লোকৰ প্ৰতিৰোধৰ কথা। শত্ৰু যেতিয়া হুৱাৰ-ডলিত, তেতিয়াই অসামৰিক প্ৰতিৰোধৰ উৎকৃষ্ট সময়।" অলপ বৈ ৰামমূৰ্তিয়ে আকৌ ৰাধাক কলে, "অলপ চাহ দিয়াচোন।"

ৰাধাই চাহ বাকি দিলে। এইখিনি সময়ত জয়ন্তই তেওঁৰ মনৰ কথাবোৰ জুকিয়াই ললে। কৰ্ত্তব্য অকৰ্ত্তব্যৰ কথাটো তেওঁৰ মনত খেলি আছিল। তেওঁ ক'লে, "কৰ্ণেল, অপুনি কৰ্ত্তব্য অকৰ্ত্তব্যৰ কথা উলিয়াইছে। কিন্তু অপুনি কিহক কৰ্ত্তব্য কয় তাৰ ওপৰতে কথাটোৱে অধিক নিৰ্ভৰ কৰিছে। কিছু সময় আগেয়ে আমি মধ্যবিত্ত সমাজৰ কথা আলোচনা কৰিছিলোঁ। তাৰে আলম লৈ কব পাৰোঁ যে কৰ্ত্তব্য কি জানিলেই নহয়, তাক সম্পাদন কৰিবও জানিব লাগে। আমি জানো যে মধ্যবিত্তসকল উৎসাহ-ৰহিত, তেওঁলোকৰ প্ৰতিভা ক্ষয়িষ্ণু। আমি মধ্যবিত্ত লোক। জীৱনৰ যিটো অন্তৰ্গত শক্তিয়ে আমাক পৰিচালিত কৰিব খোজে সেইটোক আমি বাধা দিওঁ; আমাৰ জীৱনমুখী শক্তিটো ধ্বংশ-মুখী হৈ পৰে। আমি নিজেই নিজৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি তোলোঁ; অন্যায়ৰ বিৰুদ্ধে প্ৰতিৰোধ গঢ়ি তোলাৰ ক্ষমতা আমি হেৰুৱাই; পেলাইছোঁ।"

ৰামমূৰ্ত্তিৰ মনত অনুভৱ হ'ল যে জয়ন্তৰ কথাবোৰত ব্যক্তি-গত ইতিহাস আছে; জয়ন্তই ব্যক্তিগত ইতিহাসক সমাজ আৰু ৰাষ্ট্ৰৰ ইতিহাসলৈ অভিক্ষেপন কৰিছে। তেওঁ অলপ ভাবি চিন্তি ক'লে, 'আনৰ অন্যায় কৰ্মৰ বাবে আমাৰ দায়িত্ব বোধ হোৱাটো অনুচিত। আনৰ কৰ্মৰ বাবে অপৰাধ বোধ কৰাটো আত্ম-

প্ৰৱঞ্চনাহে। আমি নিজৰ বিষয়ে একোটা মানদণ্ড মনৰ ভিতৰতে গঢ়ি লওঁ, পুহি ৰাখোঁ, আৰু সেই মানদণ্ড অনুসৰি চলিবলৈ চেষ্টা কৰোঁ। কিন্তু এনে মনোভাৱ যে যুক্তিহীন এই কথা মনলৈ নাহে।"

জয়ন্ত চৌধুৰী আৰু জয়চন্দ্ৰনে একো প্ৰত্যুত্তৰ নকৰি নীৰৱে শুনি গ'ল। ৰাধাই কিবা এটা কব খুজি ৰৈ গ'ল। ৰামমূৰ্ত্তিয়ে আকৌ কবলৈ ধৰিলে, "শ্ৰীমদ্ভাগৱত গীতাৰ পৰা এই কথাটোকেই মই শিকিছোঁ যে মানুহ আপোন বিশ্বাসৰ সৃষ্টি; তেওঁ যি বিশ্বাস কৰে তেওঁ সেয়েই। সংস্কৃত মোৰ প্ৰিয় বিষয়। এনে বহুত কথাকে মই কব পাৰোঁ। বিশ্বব্ৰহ্মাণ্ডৰ এটা কৰ্মধাৰা আছে, এই কথাত মই বিশ্বাসী। আমাৰ ঋষি পতঞ্জলিয়ে কৈ গৈছে—মানুহৰ অভাৱ পূৰোৱাটোৱেই বিশ্বব্ৰহ্মাণ্ডৰ কাম। মই ঋষি বাক্যটো সদায় সুঁৱৰো। এতিয়া যুদ্ধ চলিছে। ইয়াৰ ফলাফল কি হব এনে প্ৰশ্ন অবান্তৰ। আমি যদি জাগি আছিলোঁ তাৰ সুফল আমি পাম; আমি যদি শুই আছিলোঁ, তাৰ কুফলও আমি পাম। যুদ্ধখনে আমাৰ মানসিকতাৰ এটা অভাৱ পূৰাইছে—সেইটো কিহৰ অভাৱ আপোনালোকে নিজেই বুজি পাব। আপোনালোকেই কওঁকচোন।"

॥ এঘাৰ ॥

জয়ন্ত চৌধুৰীৰ ঘৰৰ পৰা ওলালেই সাধাৰণতে নগেন্দ্ৰ শইকীয়াৰ ঘৰৰ আগেদি যাব লাগে। সেইবাবে শইকীয়াৰ লগত তেওঁৰ প্ৰায়েই সাক্ষাৎ হয়। মাজে সময়ে শইকীয়াই তেওঁক ঘৰলৈ মাতে। তেওঁৰ ঘৰলৈ জয়ন্তৰ যোৱা হোৱা নাই। আজি আবেলি জিলা পুথিভঁৰালৰ পিনে যাবলৈ ওলাই জয়ন্তই নগেন্দ্ৰ শইকীয়াৰ ঘৰৰ আগেদি খোজ পেলাইছে মাথোন, এনেতে ক'ৰবাৰ পৰা শইকীয়াই আহি তেওঁক টানি ধৰি ক'লে, "আপোনাক আজি মই নেৰিছোঁ। ঘৰলৈ নিহে এৰিম।"

জয়ন্তই সুধিলে, "ক'ৰপৰা আহিল ?"

জয়ন্তৰ কথাৰ উত্তৰ নিদি শইকীয়াই তেওঁক ঘৰলৈ টানি লৈ গ'ল।

পোৰ্টিক'ত বহি শইকীয়াই সুধিলে "একাপ চাহ যাচিম নে ?"

"নালাগে। মই চাহ খাই আহিছোঁ।"

"আমাৰ ঘৰলৈ নতুন কৈ আহিছে। প্ৰথম দিন।" "মই ইয়াত নতুন নহয়।"

"আপুনি যুদ্ধৰ সম্পৰ্কে কি ভাবে ? আমি চীনাসকলক খেদি দিব পাৰিম নে ?"

"প্ৰধান মন্ত্ৰীয়ে তো তাকেই কৈছে।"

"কিহেৰে খেদিব ? মাৰণাস্ত্ৰ আছে ? মাৰণাস্ত্ৰ নহলে একো নহব, বুজিছে ? এতিয়া বাহুবল মানেই মাৰণাস্ত্ৰ, মাৰাণাস্ত্ৰ মানেই বাহুবল।" কৈ উঠি শইকীয়াই মুখত তামোল এখন সুমুৱালে।

নগেন্দ্ৰ শইকীয়াৰ বয়স পঞ্চাছৰ কাষ চাপিছে। থুলন্তৰ পুৰুষ। তেওঁৰ মূৰৰ চুলি ভালেখিনি পকিছে। জয়ন্তই শুনিছে শইকীয়াই জীৱনত বহুত আঘাত পাইছে। সেই আঘাতবোৰে

তেওঁৰ মুখমণ্ডলত কোনো চিহ্ন ৰাখি যাব পৰা নাই; কিন্তু তেওঁৰ মনত চিহ্ন ৰাখি গৈছে। এতিয়া কেৱল দুটা বিষয়ত শইকীয়াৰ বাপ: সামগ্রিক ধ্বংস আৰু ঐশ্বৰিক আশ্চর্য ঘটনাৰ সম্ভৱনা। শইকীয়াই মনতে এইবোৰ চিন্তা-চর্চা কৰি থাকে। পৃথিবীখন ধ্বংস হৈ যাবলৈ কিমান সময় লাগিব-তাৰো এটা হিচাপ তেওঁ ভাবি চিন্তি উলিয়াইছে। তেওঁৰ মতে পৃথিবীৰ ধ্বংসৰ বাবে এঘণ্টাৰ প্ৰয়োজন; অৱশ্যে সকলো মাৰণাস্ত্ৰৰ প্ৰয়োগ একেলগে হ'ব লাগিব। তেওঁ বিশ্বাস কৰে যে যি কোনো মুহূর্ত্ততে একোটা আশ্চর্য ঘটনা ঘটিব পাৰে। এইবোৰ ভাবি তেওঁ চিন্তিত হয়। জয়ন্তই শইকীয়াৰ এইবোৰ কাহিনী আনৰ পৰা আগেয়েও শুনিছে, তেওঁৰ পৰাও মাজে সময়ে শুনিছে। আজি কৌতূলী হৈ জয়ন্তই সুধিলে, "মাৰণাস্ত্ৰ মানে আপুনি কি বুজাইছে?"

"সেই—সেই যে ক্ষেপনাস্ত্ৰ বোৰ, মিছাইলবোৰ, গাইডেড্ বেলিষ্টিক মিছাইল নে কি বোলে সেই বোৰেই।" শইকীয়াই গহীন সুৰত কলে।

"আপুনি বোধহয় সেইবোৰকেই চর্চা কৰি আছে?"

"চর্চা কৰি আছোঁ মানে? একেলগে চর্চা কৰিবলৈ মানুহ না পাওঁ। কওক, আমাৰ ভাৰতবৰ্ষই মিচাইল কেতিয়া তৈয়াৰ কৰিব?"

"বাতৰি কাকতত আপুনি যি পঢ়িছে সেয়েই। আমাৰ দেশে যুদ্ধৰ কাৰণে নাভাবে; প্ৰয়োজন হলে আত্মৰক্ষাৰ কাৰণেহে ভাবে। আমি সকলোৰে শান্তি বিচাৰোঁ।"

"আত্মৰক্ষাৰ কাৰণেই মিছাইলৰ প্ৰয়োজন। বুজিছে? আমাৰ মানুহে এই কথা বুজা উচিত।" শইকীয়াই জয়ন্তৰ পিনে মনোযোগ দি চাই ভাবিলে যে জয়ন্তই বুজিব খোজা নাই। তেওঁ পৰিতাপৰ সুৰত কলে, "চৌধুৰী, আপুনিও নেতাসকলৰ নিচিনা বক্তৃতা দিবলৈ শিকিলে।"

আলোচনাটো জয়ন্তৰ অকনো ভাল নালাগিল। তেওঁ জানে যে এইবোৰ কথা আলোচনা কৰি লাভ নাই। অথচ উঠি গলেও

শইকীয়াই বেজাৰ পাব।

শইকীয়াই আকৌ ক'লে, "যুদ্ধ আৰম্ভ হলেই।"

"আক্রমন তো কৰিছেই।"

"এতিয়া কি হব?"

"আমি সিহঁতক খেদি পঠিয়াম।" জয়ন্তই কলে। "পাৰিম নে? অস্ত্র শাস্ত্র নোহোৱাকৈ মুখৰ কথাৰে খেদিব পাৰিম নে? অৱশ্যে এইবোৰ বুজিবলৈ হলে বহুত কথা। যাওঁ যাওঁ বুলি এবাৰো নেফালৈ মোৰ যোৱা নহ'ল।

জয়ন্তৰ মনত ধাৰণা হ'ল যে নগেন্দ্র শইকীয়াৰ নিচিনা মানুহেৰে দেশখন ভৰি পৰিছে। এওঁলোকে এনেবোৰ কথা আলোচনা কৰি তৃপ্তি পায়; ঠাই অঠাই নিবিচাৰি নির্বিবাদে আপোন মতামত প্ৰকাশ কৰি আত্মপ্ৰকাদ লাভ কৰে। এওঁলোকৰ কামতকৈ কথা বেছি; হক কথাতকৈ অনাহক কথা বেছি অধিক সময় বহি থকাটো অনুচিত আৰু অপ্ৰয়োজনীয় বুলি ভাবি তেওঁ উঠিল।

তেওঁক উঠা দেখি শইকীয়াই ক'লে, "বহক, ক'লৈ যায়?"

"আজিলৈ আহোঁ।"

"তেন্তে আন এদিন আহিব।"

"আহিম।"

জয়ন্তই শইকীয়াৰ ঘৰৰ পৰা ওলাই আহি জিলা পুথিভঁৰালৈ আগবাঢ়িল। শইকীয়াৰ কথাবোৰ তেওঁৰ মনত খেলিবলৈ ধৰিলে। শইকীয়াৰ একোতে ব্যস্ততা নাই। সেইবাবে তেওঁ হক অনাহক বহুত কথা ভাবিবলৈ সময় পায়। তর্ক-বিতর্ক কৰি অৱসৰ যাপন কৰিব পাৰে। কিন্তু জয়ন্তৰ এই কথা মনলৈ নাহিল যে তেওঁ নিজেও নিজকে লৈ ব্যস্ত আছে। শইকীয়াৰ নিচিনা মানুহবোৰ যদি দেশখনৰ কোনো কামত নাহে, জয়ন্তৰ নিচিনা মানুহবোৰো কোনো কামত নাহে। শইকীয়াৰ নিচিনা মানুহবোৰে যদি অনাহক সপোন দেখিছে, জয়ন্তয়ো তেনে সপোনকেই দেখিছে।

জয়ন্তই কিহৰ সপোন দেখিছে, বহুত সময়ত তেওঁ নিজেই নাজানে। সেইবাবেই তেওঁ চিন্তাগ্ৰস্ত, অস্থিৰ আৰু অসুখী; শান্তি বিচাৰি হাবাথুৰি খাই তেওঁ আনবো অশান্তি আনিছে। হয়তো এই অশান্তিৰ মাজতে তেওঁ এদিন শান্তি পাব, আনকো শান্তি দিব পাৰিব।

গধূলি নামি আহিব ধৰিছে। জিলা পুথিভঁৰালৰ পিনে আলিবাটটো নির্জন। অক্টোবৰ মাহ আহি পৰিল; তথাপি অকনো শীত নপৰা নাই। এইপিনেই তেজপুৰ চহৰৰ সৌন্দর্য অধিক। পুথিভঁৰালৰ সম্মুখৰ পার্কলৈ-খেলিবলৈ অহা কণ কণ ল'ৰা ছোৱালীবোৰ এতিয়া ঘৰলৈ উভতি গৈছে। মানুহৰ ভিৰ এতিয়া নাই। অলপ পাছত এই ঠাইখিনি মানুহৰ সমাগম তাকৰ হৈ সম্পূর্ণ নির্জন হৈ পৰিব। জয়ন্তই তলমূৰা হৈ গৈ থাকি হঠাৎ মূৰ তুলি চালে: কথাপাতি এটি পাঞ্জাবী পৰিয়াল সম্মুখৰ পিনৰ পৰা আহি আছে। তেওঁলোকৰ পাছে কিছুমান স্কুলীয়া ল'ৰা আহি আছে। এটা সৰু ল'ৰাই দলটোৰ পৰা ফালৰি কাটি আলিবাটৰ মাজ পাইছেগৈ। তেওঁলোকৰ পাছে পাছে মিলিটাৰী জীপ এখন তীব্ৰ গতিৰে আহি আছে। জীপখন আহি সৰু ল'ৰাটোৰ গাৰ কাষ পাইছেই। জয়ন্তই এটি মুহূর্ত্তও অপব্যয় নকৰি তৎক্ষনাৎ আগুৱাই আহি সেই ল'ৰাটোক গাৰ কাষলৈ টানি ললে। ল'ৰাটো বাচিল কিন্তু জীপখনে তেওঁক খুন্দিয়ালে। আলিবাটৰ পৰা উফৰি পৰি জয়ন্ত চৌধুৰী লাহে লাহে মূর্চ্ছা গ'ল।

॥ বাৰ ॥

চেতনা ঘূৰি আহিলত জয়ন্ত চৌধুৰীয়ে নিজেকে হাস্পতালৰ কোঠা এটাৰ ভিতৰত পালে। খিৰিকিৰে বেলিৰ শেষৰ কিৰণ-বোৰ আহিছে। ওচৰৰ সৰু টেবুলখনত নাৰ্চ এৰাকীয়ে কিবা কাগজ পত্ৰ সামৰি থৈ আছে। জয়ন্তৰ চেতনা ঘূৰি অহা দেখি নাৰ্চগৰাকীয়ে মিচিকিয়াই হাঁহিলে।

জয়ন্তই আপোন দেহৰ চাৰিওপিনে চালে। সোঁ-ভৰিত আঠুৰ তলৰ পৰা আঙুলিৰ মূৰলৈ বেণ্ডেজ বন্ধা আছে। তেওঁ গোটেই ঘটনাটো সুঁৱৰিবলৈ চেষ্টা কৰিলে। মিলিটাৰী জীপখনৰ আগত পৰি এটা সৰু ল'ৰাক উদ্ধাৰ কৰাৰ চেষ্টা তেওঁ কৰিছিল। ইয়াৰ বাহিৰে তেওঁৰ একো মনত নপৰিল।

ডাক্তৰ আহিল। তেওঁ ক'লে, "অপুনি হয়তো ভাবিছে, আপুনি কেনেকৈ এইখিনি আহি পালে। মিলিটাৰীৰ জীপচালকেই আপোনাক ইয়াত থৈ গ'ল। আপুনি কিছুসময়ৰ বাবে মূৰ্চ্ছা গৈছিল।"

"মই কেতিয়া ইয়াৰ যাব গৈ পাৰিম ?"

"কেইটামান দিন থাকিব লাগিব। ভৰিৰ কেবাটাও আঙুলিৰ হাড় ফাটিছে যেন পাওঁ। আজি এক্স-ৰে কৰাৰ পাছত প্লাষ্টাৰ্ কৰিব লাগিব। কালি পুৰা প্লাষ্টাৰ কৰিম।"

ডাক্তৰ গৰাকীৰ নাম নীৰোদ নাৰ্জাৰী। নাৰ্জাৰীয়ে জয়ন্তক জানে। জয়ন্তয়ো চিনি পায়। কিন্তু হাস্পাতাললৈ অহাটো জয়ন্তৰ এয়ে প্ৰথম।

যন্ত্ৰণাত ছটফটাই জয়ন্তই চকু মুদি থাকিবলৈ চেষ্টা কৰিলে।

ডাক্তৰ নাৰ্জাৰীয়ে কাগজ এটুকুৰাত কিবাকিবি লিখি নাৰ্চৰ হাতত দিলে তেওঁ জয়ন্তক সুধিলে, "এতিয়াও বিষ আছেনে ?"

জয়ন্তই মূৰ দুপিয়াই আছে বুলি জনালে। ডাক্তৰ নাৰ্জাৰীয়ে কলে, "অলপ বিষ থাকিবই। মই চিষ্টাৰৰ হাতত এটা ইনজেক্চনৰ বাবে লিখি দিছোঁ। প্ৰয়োজন হলে দিব।" তেওঁ যাবলৈ বুলি খোজ লৈ কিবা মনত পৰাৰ নিচিনাকৈ ক'লে, "আপুনি ঘৰলৈ খবৰ দিবনে ?"

জয়ন্তই কলে, "মোৰ ঘৰত এটা লগুৱা আছে। সি মোক যি লাগে যতনাই দিব পাৰিব। আপুনি মিঃ জয়চন্দ্ৰনক এবাৰ ফোন কৰি কব। তেওঁ বাতিলৈ বেংকত থাকে।"

"কম। আৰু কিবা লাগিব নেকি ?"

"লগুৱাটোক বাতৰি কাকত আৰু দুখনমান কিতাপ আনিবলৈ কব লাগে। মিঃ জয়চন্দ্ৰনক ক'লেই হ'ব।"

"আনিব পাৰিব। কিন্তু আজি নপঢ়াই ভাল।" ডাক্তৰ নাৰ্জাৰী গ'ল। নাৰ্চগৰাকীও আঁতৰিল।

জয়ন্তই আকাশ-পাতাল ভাবিবলৈ ধৰিলে।

কৰ্ণেল ৰামমূৰ্তিৰ কথাবোৰ আকৌ তেওঁৰ মনলৈ আহিল : আনৰ অন্যায় কামৰ বাবে আমাৰ অপৰাধ বোধ কৰাৰ কোনো অৰ্থ নাই ; তেনে কৰাটো আত্ম প্ৰৱঞ্চনা হে। নিজৰ বিষয়ে মানদণ্ড এটা কল্পনা কৰি সেইমতে চলিবলৈ চেষ্টা কৰাটো অযৌক্তিক। কৰ্ণেল ৰামমূৰ্তিয়ে এইবোৰ ঠিকেই কৈছে। পূৰ্ব-পুৰুষৰ কৃতকৰ্মৰ বাবে জয়ন্তই নিজকে অপৰাধী বুলি ভাবিছে ; কিন্তু এনে কৰাৰো কোনো যুক্তি নাই। এইবোৰ ভাবি চিন্তি নিজকে দুৰ্বল কৰাটো মধ্যবিত্ত ৰোমাণ্টিক মনৰ বিলাসিতা মাত্ৰ। জয়ন্তই নিজৰ মনৰ ভিতৰলৈ অন্তৰ্দৃষ্টি পেলালে : তেওঁ দেখিলে যে তেওঁ এজন ৰোমাণ্টিক ভাববিলাসী, কল্পনাৰ জগতত তেওঁ বিচৰণশীল, এই পৃথিৱীখন তেওঁৰ মানত সুন্দৰৰ ফুলনি। তেওঁ বুজিলে যে তেওঁৰ ইমান দিনৰ ধাৰণা-

বোৰ ভুল আছিল। আনৰ অন্যায়ক বাবে সুখবোধ নকৰি কামৰ দ্বাৰা সেই অন্যায়ৰ প্ৰতিবাদ জনাব লাগে। দেউতাকৰ পাপৰ ধন বাইজৰ কামত লগাব পাৰিলেই সেই ধনৰ সাৰ্থকতা লাভ হ'ব। এই কাম কৰিব লাগিব ধ্বংসৰ পৰিবেশত নহয়, সংগঠনৰ মাজেদি, মনৰ পৰিবৰ্ত্তনৰ জৰিয়তে: প্ৰয়োজন হলে আইনৰ বা সংবিধানৰ পৰিবৰ্ত্তনৰ দ্বাৰা।

এনে অন্তৰ্দৃষ্টিৰ ফলত জয়ন্তৰ মনলৈ শান্তি আহিল। তেওঁ অলপ তন্দ্ৰামগ্ন হ'ল।

খটং কৰি এটা শব্দ হ'লত জয়ন্ত চৌধুৰীৰ তন্দ্ৰা ভাগিল। ওচৰত দৰ্পবাহাদুৰ থিয় হৈ আছে। সি এখন বাতৰি কাকত আৰু দুখন কিতাপ আনি সৰু টেবুলখনত থওঁতে শব্দ হৈছিল। জয়ন্তই আৰু কি কি লাগিব তাৰে এটা হিচাপ দি তাক ঘৰলৈ পঠিয়ালে।

দৰ্পবাহাদুৰ যোৱাৰ অলপ পাছতে জয়চন্দ্ৰন আৰু তেওঁৰ পত্নী ৰাধা আহি ওলাল। জয়চন্দ্ৰনে ক'লে, "ৰাতিপুৱা বৰ্হিয়াকৈ কথাবাৰ্তা হ'লো। এতিয়া আপুনি এই অৱস্থাত হাস্পতালত।" ৰাধাই ক'লে, "কিবা অসুবিধা হলেই আমাক ক'ব। লাজ নকৰিব। আমি একেটা ঘৰতে আছোঁ; এটা পৰিয়ালৰ নিচিনা।" জয়ন্তই কলে, "একো অসুবিধা নহব। ইয়াৰ পৰা সোনকালে ওলাব পাৰিম। দৰ্পবাহাদুৰ আহিছিল। মোক যি লাগে সি যোগাব।" ৰাধাই ছোৱালী মানুহৰ কৌতুহল বশতঃ কোঠাটোৰ চাৰিও পিনে চালে, খিৰিকিৰে বাটলৈ চকু দিলে, এবাৰ টেবুলৰ কিতাপ আৰু বাতৰি কাকতখন যতনাই থলে।

জয়চন্দ্ৰনে ক'লে, "দীলিপ ফুকন কেইটামান দিনৰ বাবে কিবা কামত বম্ভিলালৈ গৈছে। আপোনাৰ খবৰটো তেওঁক

দিব নোৱাৰিলোঁ।"

"ঠিক আছে। পাছতো লগ পাম।"

"অধ্যাপক চেটাৰ্জিও কলিকতাৰ পৰা উভতি অহা নাই।"

"তেওঁ গৈছে হে, আহিবলৈ সময় লাগিব।"

"ডাক্তাৰ নাৰ্জাৰীয়ে কি কৈছে?"

"অহাকালি প্লাষ্টাৰ কৰা সম্বন্ধে কব।"

আন দুই এটা খবৰ লৈ জয়চন্দ্ৰন আৰু তেওঁৰ পত্নী যাবলৈ ওলাল। যোৱাৰ সময়ত ৰাধাই ক'লে, "আমাক সদায় পৰ বুলি ভাবিলে নহব। আপোনাৰ দৰ্পবাহাদুৰে এতিয়া মোৰ কথামতে চলিছে।"

জয়ন্তৰ মুখত হাঁহি ওলাল। তেওঁ কলে, "আপুনি একো নপঠিয়াব দেই। আপোনাৰ লখিমী হাতৰ কথা মই জানো।"

জয়চন্দ্ৰন আৰু তেওঁৰ পত্নী গ'ল।

তেওঁলোকৰ যোৱাৰ পাছত ডাক্তৰ নাৰ্জাৰী আহিল। তেওঁ সুধিলে, "কিবা লাগিব নেকি?"

"এতিয়া একো নালাগে। আপোনাক ধন্যবাদ।"

"মই এতিয়া ঘৰলৈ যাম। ওচৰতে আছোঁ, জানেই। কিবা অসুবিধা হলে নাৰ্চক কব, মই আহিম।"

ডাক্তাৰ নাৰ্জাৰী যোৱাৰ পাছত জয়ন্তই বাতৰি কাকতখন হাতত লৈ পঢ়িবলৈ চেষ্টা কৰিলে। ক্ষীণ পোহৰত তেওঁৰ চকুত পৰিল প্ৰথম পৃষ্ঠাৰ শকত আখৰৰ খবৰ: চীনা সকলে গোটেই উত্তৰাঞ্চল ঘেৰি আক্ৰমণ কৰিছে। এতিয়া লাডাখত প্ৰচণ্ড আক্ৰমণ চলিছে।

জয়ন্তৰ হাতৰ পৰা বাতৰি কাকতখন সৰি পৰিল। তেওঁ চকুযুৰি মুদি ভাৰতৰ মেপখনৰ উত্তৰাঞ্চলটো কল্পনা কৰিবলৈ ধৰিলে। এই উত্তৰাঞ্চলটো এতিয়াও ভাৰতৰ মানুহৰ মনত ৰহস্যময়; এতিয়াও ভাৰতৰ মানুহে ভাবে হিমালয় দুৰ্লংঘ্য। এতিয়াও এইপিনৰ মানুহৰ মনত হিমালয় বুলিলেই পাণ্ডৱৰ

মহাপ্ৰস্থান আৰু ফা-হিয়েন, হিউৱেনচাং আদি পৰিব্ৰাজকৰ ছবি ভাহি উঠে। কিন্তু পৃথিৱীৰ পৰিবৰ্ত্তন হৈ আছে। জয়চন্দ্ৰনৰ দৰে প্ৰত্নতত্ত্ববিদে আন্তৰিক ভাৱে অপেক্ষা কৰিলেও ইতিহাসৰ চকা উলটি নুঘূৰে। অতীতৰ কথা যতদূৰ সম্ভৱ পাহৰি পেলোৱাই ভাল। বৰ্ত্তমানৰ সৎ ব্যৱহাৰ কৰিব জানিলে ভৱিষ্যতৰ উচিত উপযোগ সম্ভৱ হব পাৰিব।

ভৰিৰ বিষ, মূৰৰ বাঁই-জাই অৱস্থা, হাস্পতালৰ বন্ধ পৰিবেশ এইবোৰৰ মাজতো চিন্তাই পোখা মেলে। চিন্তাই এটা সময়ত অৱশ ভাৱ আনে। কষ্ট লাঘৱ কৰাৰ বাবে দিয়া ইন্‌জেকচনৰ ক্ৰিয়াৰ ফলত জয়ন্তৰ এই অৱশ ভাব বাঢ়িল। তেওঁ এটা টোপনি-গধুৰ ভাৱ-বিহ্বল অৱস্থা পালে গৈ। তেওঁৰ নিমীলিত চকুৰ পৰ্দাৰ ওপৰেদি ছায়াৰ সমদল পাৰ হৈ যাব ধৰিলে। প্ৰথমতে, দেউতাক অমিয়মোহন চৌধুৰী, তাৰ পাছত ককায়েক প্ৰণৱ চৌধুৰী. মৌজাৰ পীড়িত মানুহবোৰ, দদায়েক তাৰিণী মোহন চৌধুৰী, তাৰ পাছত অপূৰ্বৰ দেউতাক নিৰঞ্জন শইকিয়া লগে লগে অপূৰ্ব; অৱশেষত লাহী খোজেৰে জয়চন্দ্ৰনৰ পত্নী ৰাধা—ৰাধাই লাহে লাহে মুখৰ চেহেৰা পৰিবৰ্ত্তন কৰি বন্দনা-লৈ ৰূপান্তৰিত হ'ল। বন্দনাই যেন তেওঁক কৈছে, "মোৰে শপত, সংসাৰত মানুহ বোলাবলৈ চেষ্টা কৰা, শুই নাথাকিবা। তোমাৰ কৰণীয় কাম বহুত আছে।" জয়ন্তই চক্‌মক্‌ কৰে সাৰ পাই চকু মোহাৰিলে। বন্দনাৰ কথা মনলৈ আহিলত তেওঁৰ মনত বিষাদৰ ছাঁ পৰিল। লগে লগে কৰ্ণেল ৰামমূৰ্ত্তিৰ কথা মনত পৰিল। কৰ্ণেল ৰামমূৰ্তিয়ে নিশ্চয় ক'ব: এই চিন্তাবোৰ মধ্যবিত্ত ৰোমাণ্টিক মনৰ বিলাস।

দুৱাৰত খট্‌কৈ শব্দ এটা কৰি দৰ্পবাহাদুৰ আহিল। তাৰ হাতত এটা থাৰ্মোফ্লাস্ক। দি ক'লে, "জয়চন্দ্ৰন চাহাবৰ পৰিবাৰে আপোনাৰ বাবে গাখীৰ তপতাই দি পঠিয়াইছে।"

॥ তেৰ ॥

ব্যক্তিগত কাৰ্যোপলক্ষে অধ্যাপক যামিনী চেটাৰ্জি কলিকতা-লৈ গৈছিল। কলিকতা তেওঁৰ প্ৰিয় মহানগৰী হলেও এইবাৰ তেওঁ তাত থাকি ভাল নাপালে। তেওঁ তাত লগ পোৱা বিভিন্ন মানুহৰ তেজপুৰ সম্পৰ্কে কোনো বিশেষ জ্ঞান নাই; সকলোৱে ব্যক্তিগত কামত ব্যস্ত—জানিবলৈ আগ্ৰহে কম। মানুহৰ মনত এটা পৰিতৃপ্ত আত্মপ্ৰসাদী ভাৱৰ উমান তেওঁ পালে। বোম্বাইৰ পিনৰ দুগৰাকী ভদ্ৰলোকে সুধিলে, পাণ্ডু নে কি নামৰ এখন যে ঠাই আছিল, তাকেই আজিকালি তেজপুৰ বুলি কয় নেকি? তেওঁ এনে কিছুসংখ্যক লোক লগ পালে যি সকলে এনে ভাৱ দেখুৱালে যে চিন্তাৰ কোনো কাৰণ নাই। এগৰাকী আত্মীয়ই তেওঁক উপদেশ দিলে প্ৰতিৰক্ষা পুঁজিত তাকৰকৈ কৰগুণি দিবলৈ; কাৰণ সেই আত্মীয়ৰ ধাৰণা, যুদ্ধ আচলতে আৰম্ভ হোৱাই নাই—যি হৈছে সেয়া কেবল সীমা লৈ কাজিয়াহে। বোম্বাইৰ পিনৰ ভদ্ৰলোক দুগৰাকীয়ে আৰু কৈছিল যে আমেৰিকান সকলে সহায় কৰিবলৈ আহিবই আৰু চাই থাকোঁতে থাকোঁতে যুদ্ধ শেষ হব। চেটাৰ্জিৰ অৱশ্যে এই শেষৰ সিদ্ধান্তটো মনোপূত হৈছিল।

তেজপুৰ আহি পোৱাৰ পাছদিনাই তেওঁ বেংকলৈ গৈ জয়চন্দ্ৰনক লগ ধৰিলে। জয়চন্দ্ৰনৰ পৰা তেওঁ জানিলে যে জয়ন্ত চৌধুৰী এটা দুৰ্ঘটনাত পতিত হৈছিল, বৰ্তমান তেওঁৰ ভৰিত প্লাষ্টাৰ বন্ধা হৈছে আৰু তেওঁ আৰোগ্যৰ পথত। চেটাৰ্জিয়ে জয়চন্দ্ৰনৰ প্ৰত্নতত্বৰ খবৰ ললে।

জয়চন্দ্ৰনে ক'লে, "থিচিচ দাখিল কৰাৰ সম্ভাৱনা তাকৰ দেখিছোঁ। যিহে সময় আহি পৰিল, মনটো স্থিৰ কৰি ৰাখিবই নোৱাৰোঁ।

এতিয়া বেংকৰ কাম বাঢ়িছে। বেছিভাগ সময় আমিৰ মানুহেই মোক ব্যস্ত কৰি ৰাখে।"

চেটাৰ্জিয়ে ক'লে, "মই কি ভাবিছোঁ জানে? প্ৰত্নতত্ত্ব আপোনাৰ প্ৰকৃত আকৰ্ষণ হোৱা উচিত নাছিল। ই মনটো অতীত মুখী কৰি তোলে। আমি ৰংঘৰ তলাতল ঘৰৰ ইটাবোৰ বুকুত সাৱটি থাকিলে আমাৰ কাহানিও অট্টালিকা সজা নহব। উন্নত দেশৰ মানুহ এতিয়া চন্দ্ৰ অভিযানত নামিছে।"

"এইবোৰ কথা তৰ্কেৰে জুখিব নোৱাৰি। আপোনাৰ চিত্ৰাংকণ কেনে চলিছে কওক।"

"মোৰো কোনো কামতে মন বহা নাই। তথাপি চিত্ৰাংকণত মই শান্তি বিচাৰি পাইছোঁ।"
জয়চন্দ্ৰনৰ পৰা বিদায় লৈ আহি চেটাৰ্জিয়ে জয়ন্ত চৌধুৰীক বিচাৰি হাস্পতাললৈ খোজ ললে।

ডাক্তৰ নিৰোদ নাৰ্জাৰীয়ে জয়ন্ত চৌধুৰীক ক'লে, "আপুনি এসপ্তাহৰ পাছত যাব পাৰিব। ঘৰৰ পৰা ইয়ালৈ আহি প্লাষ্টাৰ খুলিলেও হব। লঘু প্লাষ্টাৰ দিছোঁ; উঠা-নমাত কষ্ট নাপায়।"
জয়ন্তই কিবা কোৱাৰ আগেয়ে তেওঁ আকৌ ক'লে, "আজি ৰাতিপুৱা মোৰ ওচৰলৈ বিজিত দত্ত আহিছিল। চিনি পায় নিশ্চয়? তেওঁ এতিয়া বৰ চহকী লোক। তেওঁ কলে যে তেওঁ আপোনাৰ প্ৰতি কৃতজ্ঞ।"

"কৃতজ্ঞ? কিয়?"

"যিটো ল'ৰাৰ প্ৰাণ প্ৰাণ বচাই আপুনি দুৰ্ঘটনাত পতিত হ'ল সেই ল'ৰাটো নীলাম্বৰ দাস নামৰ এজন মানুহৰ ভাগিনিয়েক।

মানুহজনক চিনি পায়নে? ল'ৰাটোক চিনি পাইছিল নে?"

"তেওঁলোকৰ কাকো চিনি নাপাওঁ।" জয়ন্তই অজ্ঞতা প্ৰকাশ কৰিলে।

নাৰ্জাৰীয়ে ক'লে, "মই নীলাম্বৰ দাসক চিনি পাওঁ। তেওঁ মাজে সময়ে এই হাস্পতাললৈ আহে। মানুহজনৰ বয়স যিমান, তেওঁ তিমান বুঢ়া নহয়। অত্যধিক মদ্যপান আৰু অসংযমৰ পৰিণামত তেওঁ অকাল বৃদ্ধ হৈছে। ঠিকাদাৰ বিজিত দত্তৰ লগত তেওঁৰ কিবা ব্যৱসায়িক সম্পৰ্ক আছে নে নাই নাজানো, কিন্তু দুয়োজনৰে মাজত মিলাপ্ৰীতি আছে, অহা যোৱাও চলে।"

"তেওঁৰ ঘৰত আৰু কোন আছে?"

"মই জনাৰ ভিতৰত সেই ল'ৰাটোৰ বায়েক এজনি আছে, অৰ্থাৎ নীলাম্বৰ দাসৰ ভাগিনী।"

"সিহঁতৰ মাক বাপেক ক'ত?"

"সিমানবোৰ খবৰ মই নাজানো। বিজিত দত্তই কৃতজ্ঞতা প্ৰকাশ কৰা কাৰণেহে কথাটো ওলাল।"

জয়ন্তই নিজৰ আগ্ৰহৰ অতিশয্যত লাজ পাই মিচিকিয়াই হাঁহিলে। নাৰ্জাৰীয়েও হাঁহিলে। তেওঁ ক'লে, "আপোনাৰ পৰিচিতৰ পৰিসৰ ব্যাপক। বিজিত দত্ত আপোনাৰ ওচৰলৈ আহিছিল নেকি?"

"অহা নাই।"

"ৰাতিপুৱা দুজন আৰ্মি অফিচাৰ অহাৰ কথা আছিল। এজনে ফোন কৰি অনুমতি বিচাৰিছিল। মই তেওঁলোকৰ নাম পাহৰিলোঁ।"

"তেওঁলোক আহিছিল। এজনৰ নাম কেপ্তেইন যশপাল আনজনৰ নাম কেপ্তেইন মনমোহন আনন্দ্। কোমল বয়সৰ অফিচাৰ।"

"সহকাৰী আৰক্ষী অধীক্ষকো আহিছিল। আপোনাৰ কথা কলোঁ।"

"আপুনি এ এছ পি লোকনাথ দাসৰ কথা কৈছে? গুৱাহাটিৰ পিনৰ ল'ৰা। আপোনাৰ পৰা জানি মোক লগ ধৰি গ'ল।" জয়ন্তই ক'লে।

নাৰ্জাৰীয়ে হাতৰ ঘড়ীটোলৈ চাই ক'লে, "কথা-বতৰা কৈ ভাল লাগিছে। কিন্তু মোৰ হাতত বহুত কাম।"

ডাক্তৰ নাৰ্জাৰী যোৱাৰ পাছত অধ্যাপক যামিনী চেটাৰ্জি আহি ওলাল। তেওঁ জয়ন্তক কলিকতাৰ বাতৰি দিলে। যুদ্ধৰ বিষয়ে দুই এটা সমস্যা আলোচনা কৰি তেওঁ ক'লে, "আজি এটা মজাৰ কথা হ'ল। জয়চন্দ্ৰনৰ হাতত তামিল ভাষাৰ এখন বাতৰি কাকত দেখি হাতত লৈ লিৰিকি বিদাৰি চালোঁ। এটা আখৰো পঢ়িব নোৱাৰিলোঁ। দেখিছে? ইমান পঢ়িও জিভাক্ষৰ হব নোৱাৰিলোঁ। কেনেকৈ আমাৰ দ্বাৰা ৰাষ্ট্ৰীয় সংহতি সম্ভৱ হ'ব?"

জয়ন্তই ক'লে, "জয়চন্দ্ৰনে কি কয় জানে? তেওঁ কয় যে মহাৰাষ্ট্ৰীয় ছোৱালী বিয়া কৰাই তেওঁ আমাৰ ৰাষ্ট্ৰীয় সংহতিত অৱদান যোগাইছে।"

"কথাটো বহু পৰিমাণে সঁচা। ইতিহাসত ইয়াৰ নজিৰ আছে।" চেটাৰ্জিয়ে কথাটো মানি ললে।

তেওঁলোকে কথা পাতি থকা সময়তে দীলিপ ফুকন আহিল। তেওঁ বমডিলাৰ পৰা যোৱাকালি গধূলিহে আহি পাইছে, সেই-বাবে আজিহে জয়ন্তৰ অৱস্থাৰ কথা গম পালে। জয়ন্তৰ দুৰ্ঘটনাৰ খা-খবৰ লৈ তেওঁ জয়ন্ত আৰু অধ্যাপক চেটাৰ্জিৰ লগত সীমান্ত সম্পৰ্কে কথা হ'ল। তেওঁ ক'লে, "এনেকুৱা যুদ্ধ বিগ্ৰহৰ সময়ত প্ৰত্যেকজন নাগৰিকেই আপোন শৰীৰ সুস্থ সবল ৰখাৰ প্ৰয়োজন। কাৰণ, যি কোনো সময়তে তেওঁৰ প্ৰয়োজন হব পাৰে সাহস আৰু

ত্যাগৰ প্ৰয়োজন হ'ব পাৰে।"

জয়ন্তৰ পৰা বিদায় লৈ অধ্যাপক চেটাৰ্জি আৰু দীলিপ ফুকন যাবলৈ ওলাল। দুৱাৰ মুখৰ বাহিৰলৈ গৈ ফুকনে কিবা মনত পৰাৰ দৰে ভিতৰলৈ আহি মাততো সৰু কৰি জয়ন্তক সুধিলে, "তোমাৰ এই দুৰ্ঘটনাৰ কথা মৰমীয়ে জানে নে?"

"বোধহয় নাজানে?"

"মই আজি তেওঁক জনাম।"

"নজনাবা, নজনাবা। মিছামিছি মানুহক জুলুম কৰা হ'ব।"

"কিয়?"

"মই নিবিচাৰোঁ যে তুমি তেওঁক জনোৱা।"

ফুকনে এটা হুমুনিয়াহ এৰি ক'লে, "তোমাৰ কথা তুমিয়ে ভালদৰে বুজিবা। এতিয়া জিৰণি লোৱা। মই পাছত এবাৰ আহিম।"

অধ্যাপক চেটাৰ্জি আৰু দীলিপ ফুকন যোৱাৰ পাছত জয়ন্তই বাতৰি কাকতখন আকৌ পঢ়িবলৈ ধৰিলে। যুদ্ধত পৰাজয়ৰ বাতৰিবোৰ পঢ়ি ভাল নালাগে। প্ৰত্যেক দিনেই ভাব হয় যে অহাকালিৰ বাতৰি ভাৰতৰ অনুকূলে হ'ব; প্ৰত্যেক দিনেই আশাভংগ হয়। মনত হতাশাৰ উৎপত্তি হয়। ভৰিৰ তলৰ পৰা মাটি আঁতৰি গৈ থকা যেন লাগে।

খিৰিকিৰে পাতল বতাহ বৈ আহিছে। এতিয়া অক্টোবৰ মাহ; তথাপি শীতৰ আবিৰ্ভাৱ হোৱা নাই। জয়ন্তৰ মনত পৰিল: আলিবাটত মানুহে যুদ্ধৰ কথা আলোচনা কৰে; চাহৰ দোকান, অফিচ, বজাৰ সকলোতে যুদ্ধৰ কথা। বহুতে কয়: শীত নামি অহাই ভাল, তেতিয়া চীনাসকল শলঠেকত পৰিব;

আন কিছুমানৰ মতে শীতকালতহে প্ৰচণ্ড যুদ্ধ হ'ব। এনে উপকৰণঃ আলোচনা, কথা-বতৰা আদিৰ মাজত, মেল-মিটিং আৰু চীৎকাৰত প্ৰকৃত কথা তল পৰি যাব ধৰিছে। প্ৰকৃত কথা, ফাইভ্ ষ্টাৰ হোটেলত গা ঘেলোৱা চহকী পুঁজিবাদী সকলক দেশৰ বাবে ত্যাগ কৰিবলৈ শিকোৱাটো—তাৰ বাবে তৰ্ক বিতৰ্কৰ প্ৰয়োজন নহয়; তাৰ বাবে প্ৰয়োজন সংবিধানৰ সংশোধন—যাতে বৰ্তমান সংবিধানৰ জোৰত বহু জেনাৰেচনলৈ ক্ষতিপূৰণৰ নামত এওঁলোকে অন্যায়ভাবে ভোগ কৰিব নোৱাৰে। দেশৰ মানুহৰ মাজলৈ ন্যায় আৰু সমতা তেনেদৰেহে আহিব পাৰিব। জয়ন্ত চৌধুৰীৰ মনত খেলালে যে দেশৰ শতকৰা পয়সত্তৰ ভাগ মানুহ আৰাম-প্ৰিয় আৰু অনাহকত পৰিতৃপ্ত হৈ দুখ-কষ্ট সহৰ ক্ষমতা হেৰুৱাই জঠৰ হৈ পৰিছে; বাকী চৰিবছ ভাগ মানুহৰ কোনো ভৱিষ্যত নাই, তেওঁলোক কেৱল মৃত্যুৰ গৰাহলৈ কুকুৰ মেকুৰীৰ দৰে আগবাঢ়ি গৈ আছে। বাকী শতকৰা এভাগ মানুহৰ হাতত ভাৰতৰ সকলো পুঁজি গোট খাইছে।

চিৰিক্ চিৰিক্ শব্দ হ'ল। তেওঁ মূৰ তুলি চালে। খিৰিকিৰে আকাশৰ এটা টুকুৰা দেখিব পাৰি। মূৰটো অলপ দাঙিলে তলৰ কাষৰ ফুলনি খনত চৰাইবোৰৰ খেল চাব পাৰি। এটা চৰায়ে চিঞৰিছে। জোপোহা গছবোৰত ফুল ফুলিছে, লতাই বগাইছে, ঘনচিৰিকাই দুয়োখন ঠেং একজোঁট কৰি জপিয়াইছে। সংসাৰৰ সকলো কৰ্ম একেদৰে চলি আছে।

গাৰুত আঁউজি দেউতাকৰ খাতখনৰ কথা তেওঁ ভাবিবলৈ ধৰিলে। সেই খাতখনত অগনন চৰাই আছে, হেঁটুলুকা চৰাইৰ বৰণ সেউজীয়া, ডাউকীৰ কলৰৱ বৰ মধুৰ; ৰাতি ঘৰচীয়া চৰাই বিচাৰি হেঁপাৰ উৎপাত। ল'ৰালিৰ দিনবোৰ বৰ মধুৰ আছিল। তেতিয়া খাঁতত চৰাই আৰু চৰাই। এতিয়া চৰাইৰ সংখ্যা তাকৰ হৈ আহিছে। বাৰিষা পাৰ হ'ল। শৰৎ কাল। শীতৰ লগে

লগে হিমালয়ৰ ওচৰৰ পৰা জাকে জাকে চৰাই আহিব, কিছুমান চৰাই তেজপুৰৰ পচুম পুখুৰীত কিছুদিনৰ বাবে বৈ যাব, তাৰ পাছত আকৌ উধাও হব। এতিয়া হিমালয়ত আগতীয়াকৈ শীত নামিছে। সীমান্তত বৰফৰ মাজত যুদ্ধ চলিছে। হাতৰ বাতৰি কাকতখন তেওঁৰ হাততে বৈ আছে; পঢ়া হোৱা নাই। তেওঁ ভিতৰৰ পৃষ্ঠালৈ চকু দিলে। প্ৰধানমন্ত্ৰীয়ে চীনাসকলক উত্তৰ পূব সীমান্তৰ পৰা খেদি পঠিয়াওঁ বোলা। প্ৰতিজ্ঞাৰ ওপৰত এগৰাকী সাংবাদিকে আপোন মন্তব্য দিছে। জয়ন্তই ভাবিলে যে এই মন্তব্য নিষ্প্ৰয়োজন আছিল। চীনসকলক উত্তৰ পূব সীমান্তৰ পৰা খেদি দিয়া উচিত নে অনুচিত, এই প্ৰশ্ন অবান্তৰ। কিছুমান ৰাজনৈতিক দলে চীনৰ এই আক্ৰমনত বিশ্বাস কৰিব পৰা নাই। তেওঁলোকৰ মতে ভাৰতবৰ্ষই চীনক আক্ৰমণ কৰিছে। এওঁলোক দ্বিধাদ্বন্দ্ব পীড়িত। এতিয়া দ্বিধাদ্বন্দ্বৰ সময় নাই। এতিয়া প্ৰধানমন্ত্ৰীৰ লগত একজোঁট হৈ কাম কৰাৰ সময়। বুদ্ধিৰ মেৰপাক দেখুওৱাৰ সময় এইটো নহয়। তেওঁৰ মনত খেলালে যে দেশৰ প্ৰেছ বা সংবাদ-প্ৰতিষ্ঠান স্বাধীন হলেও এটা আত্ম-সংযমী নীতিৰ প্ৰয়োজন। তেওঁ নিজেও সাংবাদিক আছিল বাবে এই চিন্তাটো মনলৈ অহাত তেওঁ আপোন ভৱিষ্যতৰ কথাও ভাবিলে। তেওঁ কামকৰা দৈনিক বাতৰি কাকতখনে এতিয়াও তেওঁক বিচাৰে। তেওঁৰ অতীতৰ কাম কাজত পৰিচালক-মণ্ডলী সন্তুষ্ট। কিন্তু বাতৰি কাকতত কাম কৰি তেওঁ সুখী হোৱা নাছিল। বাতৰি কাকত মানেই প্ৰতিষ্ঠাৱানৰ মতামত প্ৰকাশৰ আহিলা—প্ৰত্যেকখন বহু প্ৰচাৰিত বাতৰি কাকতৰ পাছত ,এজন বা কেইবাজনো পুঁজিপতি আছে; পুঁজিপতিৰ মন যোগাব নোৱাৰিলে চাকৰি অটুট ৰখাটো টান। তেওঁ আপোচ কৰাৰ পক্ষপাতী নহয়। তেওঁ জানে যে দেশৰ আৰ্থিক আৰু সামাজিক সমস্যাই মূল সমস্যা। চীনৰ আক্ৰমণে দেশৰ

সমাজ ব্যৱস্থাৰ দুৰ্বলতাক হে স্পষ্ট কৰি আঙুলিয়াইছে। এই দুৰ্বলতাৰ পৰা দেশৰ আত্মোদ্ধাৰ অতি আৱশ্যক।

খিৰিকিৰে বতাহৰ বেগ বাঢ়িল। কোঠাটোত এটা মধুৰ বা বতৰৰ সৃষ্টি হ'ল। বাতৰি কাকতখন মুৰৰ ওপৰত লৈ মুখ ঢাকি জয়ন্তই ভাবিলে যে তেওঁ নিজেও আৰামপ্ৰিয়। এই আৰামপ্ৰিয়তা এটা বন্ধন। তেওঁ এই বন্ধনৰ পৰা মুক্তি পাবই লাগিব। তেওঁৰ মধ্যবিত্ত সত্তাক দুখ দি হলেও তেওঁ আপোন ব্যক্তিত্বৰ স্ফুৰণ কৰিবই লাগিব।

এইবোৰ চিন্তা কৰি থাকোঁতে পাতল বতাহৰ বা লাগি তেওঁৰ টোপনি আহিল। টোপনিত তেওঁ সপোন দেখিলে: তেওঁ গুৱাহাটী চহৰৰ পানবজাৰৰ মাজেদি গৈ আছে। হঠাৎ ব্ৰহ্মপুত্ৰৰ পানী বাঢ়ি আহিল, সেই পানীয়ে নতুনকৈ সজা শৰাইঘাটৰ দলঙৰ ওপৰলৈ উঠিল; লাহে লাহে সেই পানী চহৰৰ বুকুলৈ বিয়পি গ'ল। কি আশ্চৰ্য! ভগা টিন, জাবৰ আৰু বস্তা-পচা কিতাপ-কাগজৰ সৈতে সেই পানীত তেওঁৰ দেউতাক অমিয়মোহন চৌধুৰী আৰু তেনেকুৱা চহকী আৰু সামন্ত শ্ৰেণীৰ লোকসকল টুলুং-ভুটুং কৰি উটিছে। কিন্তু নিৰম্বুৱা ডেকা আৰু ৰিক্‌শ্বৱালা বোৰ উটি যোৱা নাই; পানীয়ে তেওঁলোকক স্পৰ্শ কৰা নাই, তথাপি তেওঁলোকে থৰক্ বৰক্ কৈ খোজকাঢ়ি গৈ আছে। তেওঁ দূৰৰ পৰা সেইবোৰ চাই আছে, কিন্তু তেওঁ ক'ত কেতিয়া জপিয়াই পৰিব ভাবি উলিয়াব পৰা নাই।

কাৰোবাৰ খোজৰ শব্দ কানলৈ অহাত তেওঁ সাৰ পালে। নাৰ্চ গৰাকীয়ে আহি পশ্চিমৰ খিৰিকিখন জপাই থলে। কিন্ কিন্ কৈ বৰষুণ পৰিবলৈ আৰম্ভ কৰিছে। ক্ষন্তেকতে বতৰৰ পৰিৱৰ্তন। নাৰ্চ গৰাকী যোৱাৰ পাছত জয়ন্তই মনৰ মাজত এই অদ্ভুত সপোনটোৰ অৰ্থ বিচাৰিবলৈ ধৰিলে।

## ॥ চৈধ্য ॥

আচাৰ্য সৰ্বানন্দ নামৰ এজন ধৰ্মগুৰুৰ পুৰুষে উজনিৰ পৰা আহি তেজপুৰত বাহৰ পাতি ধৰ্মালোচনা কৰিছে। তেওঁক চাবলৈ, তেওঁৰ কথা শুনিবলৈ লোক ভৰি পৰিছে পুৰুষতকৈ মহিলা অধিক। তেওঁৰ মুখত ধৰ্ম আৰু সংস্কৃতিৰ ব্যাখ্যা শুনি বহুত পুৰুষ আৰু নাৰী ধন্য আৰু মুগ্ধ হৈছে।

মানুহৰ মুখত আচাৰ্যৰ গুণ গান শুনি ৰীতা বৰাৰ মনত কৌতূহল উপজিছিল। তাইৰ মনত আপোন জীৱনটো অৰ্থহীন হৈ পৰিছে। দেউতাকে মাহীমাকক্ লৈ উজনিৰ গাওঁ এখনত আছেগৈ। ৰীতা আৰু তাইৰ ভায়েকৰ কোনো খবৰকেই তেওঁ নাৰাখে। পুত্ৰ কন্যাই তেওঁকো পাহৰি যোৱাৰ নিচিনা হৈছে। তাইৰ আপোন ঘৰটোও মোমায়েকৰ দখলত। আপোন ভৱিষ্যতৰ কথা ভাবিবলৈ তাই এৰি দিছে; কিন্তু ভায়েকৰ ভৱিষ্যত ভাবি তাই অস্থিৰ। যি জীৱন তাই যাপন কৰিছে, তাৰ মাজত তাইৰ ভায়েকৰ কাৰণে কোনো পাথেয় নাই, আশীৰ্বাদো নাই; কিন্তু বিজিত দত্তৰ লগত গোপন পাপৰ সম্পৰ্ক ছিঙি পেলালে মোমায়েকৰ ঘৰৰ পৰা বাই-ভাই দুয়ো খেদা খাব। মোমায়েক নীলাম্বৰ দাসৰ চৰিত্ৰ আৰু অত্যাচাৰৰ পৰিসীমা সম্পৰ্কে তাই সম্পূৰ্ণ অৱগত। একপ্ৰকাৰ উপায়বিহীন হৈ তাই আচাৰ্য সৰ্বানন্দৰ ধৰ্মালোচনা শুনিবলৈ আগ্ৰহান্বিত হৈছে। তাইৰ স্থিৰ ধাৰণা হৈছে যে এতিয়া ঈশ্বৰৰ বাহিৰে তাইক উদ্ধাৰ কৰোঁতা আৰু আন কোনো নাই।

বাণিপুৰা আচাৰ্য সৰ্বানন্দৰ বাহৰত লোকে লোকাৰণ্য। মানুহৰ

ঠেলা-হেঁচাৰ মাজেদি ৰীতা ৰবাই মহিলাসকল বহি থকা ঠাইৰ পিনে আগবাঢ়িল। অলপ দূৰ গৈয়েই তাই শেৱালিক দেখি তাইৰ ওচৰলৈ গ'ল। শেৱালিয়ে তাইক দেখি কাষলৈ মাতি ক'লে "বহিবলৈ ঠাই পোৱা টান। অ'লপ পৰ থিয় হৈ থাকোঁচোন। পাছত বহিবলৈ ঠাই পাবও পাৰোঁ।" ৰীতাই একো বোকোৱা বাবে শেৱালিৰে আকৌ ক'লে, "চাঁচোন, তোৰ লগত মোৰ ইমান দিনৰ বন্ধুত্ব; একেলগে পাঢ়িলোঁ, একেলগে বয়স বাঢ়িল। এতিয়া তোক লগেই নাপাওঁ। কলেজলৈ যাবলৈকো এৰিলি।"

ৰীতাই এইবাৰ মাত দিলে, "কি কৰিম! সকলো ভাগ্য ঈশ্বৰে তহতক ভাল কৰক, ভাই।"

শেৱালীয়ে কথাৰ সুৰ পৰিৱৰ্তন কৰি ক'লে, "পিণ্টু কেনে আছে?"

"সি নিয়ম মতে স্কুললৈ অহা যোৱা কৰি আছে। চাওঁচোন, কিনো কৰে সি!" ৰীতাৰ কথাৰ সুৰত ভায়েকৰ ভৱিষ্যৎ চিন্তাৰ আভাস ফুটি উঠিল। তাই চাৰিওপিনে চালে। চিনাকি, অচিনাকি অনেক মানুহ উপস্থিত হৈছে। পৰিচিতৰ ভিতৰত তেজপুৰৰ গণ্যমান্য ব্যৱসায়ী আৰু নেতা ৰুদ্ৰৰাম মজুমদাৰ আৰু সমাজ সেৱক অৱিনাশ শৰ্মাও আছে।

এনে সময়তে একৰাকী ভদ্ৰলোকে মাইকৰ যোগেদি ঘোষণা কৰিলে: 'ৰাইজসকল, এতিয়া আচাৰ্য সৰ্বানন্দজী আপোনালোকৰ সন্মুখত আহি উপস্থিত হব। এতিয়া যেন কোনেও কোনো ৰকমৰ শব্দ বা হাই নকৰে।"

সকলোৱে উৎকীৰ্ণ হৈ ৰ'ল। আচাৰ্য সৰ্বানন্দ ভিতৰৰ চোঁ ঘৰৰ পৰা ওলাই আহি মাইকৰ ওচৰত তেওঁৰ নিৰ্দিষ্ট আসনত বহিল। ঈশ্বৰৰ ওচৰত প্ৰথমতে প্ৰাৰ্থনা জনাই তেওঁ কৰলৈ আৰম্ভ কৰিলে: "দুখৰ অতীত হোৱা বা দুখ অতিক্ৰম কৰাৰ একমাত্ৰ উপায় হ'ল।

"ব্ৰহ্মাই আত্মা' এই জ্ঞান। ব্ৰহ্মাই মই—এই অনুভৱ যেতিয়া সন্দেহাতীত, ই তেতিয়া 'ব্ৰহ্মাই আত্মা' এই জ্ঞান।"

নিৰীশ্বৰ অবিনাশ শৰ্মাই ততালিকে প্ৰশ্ন কৰিলে, "আমি কাৰ মতক নো মানিম? ব্যাখ্যা কৰোঁতাই ব্যাখ্যা কৰিয়েই আছে ভাষ্যবো সীমা সংখ্যা নাই।"

উপস্থিত ৰাইজৰ মাজত এটা মৃদু গুঞ্জন জাগিল। উদ্যোক্তা সকল অসন্তুষ্ট হ'ল। আচাৰ্য সৰ্বানন্দই অকনো বিচলিত নহৈ কবলৈ ধৰিলে, "এই প্ৰশ্নটো অত্যন্ত উপযোগী হৈছে। মনত কোনো দ্বিধাদ্বন্দ্ব ৰাখিব নালাগে। সন্দেহৰ অৱসান হলেই বিশ্বাস উপজিব।"

ইয়াৰ পাছত অবিনাশ শৰ্মাই বাধা ন জন্মালে। ৰাইজে নীৰৱ হৈ শুনিবলৈ ধৰিলে। কিছু সময়ৰ পাছত শেৱালিয়ে এবাৰ ৰীতাৰ পিনে চালে। ৰীতাই তন্ময় হৈ শুনি আছে; তাই কি বুজিছে তাইহে জানে। শেৱালীয়ে তাইৰ তন্ময়তাত বাধা নিদিলে।

অবিনাশ শৰ্মাৰ কানত আচাৰ্য সৰ্বানন্দৰ বক্তৃতা ঠহৰ-ঠহৰ কৈ বাজিল: "তৰ্কৰ মাজেদি আমি সত্যক লাভ কৰিব নোৱাৰোঁ। থাকুৰীয়া গৰুৰ দৰে ঠাই পালেই শুবলৈ বিচৰাৰ দৰে অৱসাদ-গ্ৰস্ত হলে আমি ক্ষতিগ্ৰস্ত হম। চকু কাণ-মন স্থিৰ কৰি একাগ্ৰচিত্ত হৈ ঈশ্বৰত আত্মসমৰ্পণ কৰক। দেখিব, আপোনা-লোকৰ সকলো দায়িত্ব ঈশ্বৰেই লৈছে।" তেওঁ আচাৰ্যকথিত এই নিৰ্ভাৱনাৰ অৱস্থাৰ কল্পনা কৰিবলৈ টান পালে। সীমান্তত যুদ্ধ চলিছে, বজাৰত বস্তুৰ দাম বাঢ়ি আছে, মানুহৰ মন অস্থিৰ; এই অৱস্থাত ঈশ্বৰত বিশ্বাস ৰাখি হাত সাৰটি বহি থকা অনুচিত। তেওঁ আচাৰ্য সৰ্বানন্দৰ বক্তৃতাৰ মাজতে আকৌ এবাৰ কিবা ক'বলৈ উদ্‌গ্ৰীব হ'ল। অবিনাশ শৰ্মাৰ এই উচ্-পিচনি ওচৰতে থকা ৰুদ্ৰৰাম মজুমদাৰৰ চকুত পৰিল। তেওঁ ভাবিলে, শৰ্মাৰ এই উচ্-পিচনি

অৰ্থহীন। তেওঁ ঠাবে-চিয়াবে শৰ্মাক নিবস্ত কৰিলে।

হঠাৎ ৰীতাৰ মনত অনুতাপৰ বেদনাৰ সৃষ্টি হ'ল। তাই আপোন জীৱনৰ কথা ভাবিলে: কিমান যে নিঠৰুৱা তাই। আপোন দেহাটোৰ পিনে চকু দি তাই ভাবিলে: এই দেহাটোৰ বাবেই তাইৰ পতন হৈছে। তাইৰ চকুযুৰি চলচলীয়া হ'ল। শেৱালিক হাতেৰে টানি ওচৰলৈ নি তাই ক'লে, "বল শেৱালী, তোৰ লগত কথা আছে। বাহিৰলৈ ব'ল।"

শেৱালীক লগত লৈ মানুহৰ ভিৰৰ পৰা আতৰি এখানি মুকলি ঠাই বিচাৰোঁতে আচাৰ্য সৰ্বানন্দৰ স্পষ্ট কণ্ঠৰ সুৰ তাইৰ কাণলৈ আহি আছিল। শেৱালিয়ে ক'লে, "ৰীতা, তই কি কৰ খুজিছ, ক।"

"মোৰ বৰ অশান্তি হৈছে। মই যে কি কৰোঁ ভাবিয়েই পোৱা নাই।"

"তই নিজেই পঢ়া-শুনা এৰিলি।"

"মোৰ অৱস্থাত পৰা হলে তই বুজিলিহেঁতেন। চা-চোন, মই এনেয়ে থাকিব খোজা নাই। টাইপ ৰাইটিং আৰু ষ্টেনোগ্ৰাফী শিকিবলৈ চেষ্টা কৰিছিলোঁ; মন নবহিল। শিকিব নোৱাৰিলোঁ। কিবা এটা চাকৰি কৰি পিণ্টুক হোষ্টেলত থব পাৰিলে ভাল আছিল। কিন্তু কোনো চাকৰি লৈ ইয়াত থকাটো মোৰ বাবে অসম্ভৱ। এই চহৰৰ বতাহেও মোক পোৰে।" ৰীতাই ক'লে।

শেৱালিয়ে এটি হুমুনিয়াহ পেলাই ক'লে, "তোৰ কথা তই হে বুজিবি। অৱশ্যে তোক মই এটা খবৰ দিব পাৰোঁ। সামৰিক বাহিনীত বহুত নাৰ্চ লব; তেওঁলোকে উচ্চশিক্ষিতা ছোৱালী বিচাৰিছে।"

"তেজপুৰৰ পৰা নিলগত যি কোনো এঠাইত যি কোনো চাকৰি হলেই হ'ব।"

"তই কথাটো ভাবি চাব পাব। তেতিয়া তয়ো ইয়াত থাকিব নালাগিব; পিন্টুকো হোষ্টেলত থব পাবিবি।"

"মই কথাটো ভাবি চাম। আত্মসন্মান ৰাখি চলিব পৰা চাকৰি হলেই বক্ষা পৰোঁ।" অলপ নীৰৱ হৈ থাকি বীতাই হঠাৎ সুধিলে, "পাপ-পূণ্য সম্পর্কে তোৰ ধাৰণা কি?"

আচৰিত হৈ শেৱালীয়ে উলটি প্রশ্ন তুলিলে, "হঠাৎ এনে এটা প্রশ্ন কৰিছ কিয়? আচার্যৰ কথাবোৰ বোধহয় তোৰ মনত দকৈ শিপালে। পাপ-পূণ্য সম্পর্কে মই এতিয়াও একো ভবা নাই। বয়স হলে ভাবিম। এসময়ত প্রেমত পৰিছিল সেইটোকেই পাপ বুলি ভাবিছ নেকি? প্রেম পাপ হব নোৱাৰে তাৰ ওপৰিও তোৰ কথাটো আছিল কেঁচা বয়সৰ।"

বীতাই একো প্রত্যুত্তৰ নকৰিলে। তাইৰ পাপৰ পৰিসীমা অনুভৱ কৰিব পাৰিলে শেৱালি অবাক হৈ যাব। তাইৰ অনুভৱ হ'ল যে ঈশ্বৰ আছে বাবে তাই পৰিত্রাণ পাবই। তাই সত্ততা আৰু পবিত্রতাৰ মাজেদি জীয়াই থাকিবলৈ চেষ্টা কৰিব। বিজিত দত্তৰ কৱলৰ পৰা তাই উদ্ধাৰ পাবই লাগিব।

বীতাক চিন্তামগ্না দেখি শেৱালীয়ে ক'লে, "মই কিছু পৰৰ পাছত হে ঘৰলৈ যাম। তোৰ লগত পাছত কথা হ'ব পাৰিম।

"মই আৰু নবহোঁ। বীতাই ক'লে।

শেৱালিয়ে গৈ আন ছোৱালী আৰু মহিলাৰ লগত বহিল। বীতাই চিন্তিত মনেৰে এখুজি দুখুজি কৈ আচার্য সর্বানন্দৰ বাহৰৰ পৰা ওলাই আহিল। তাই ভৱিষ্যতৰ কর্মপন্থা সম্বন্ধে ভাবিবলৈ ললে। শেৱালিয়ে কোৱা কথাটো তাইৰ মনত বৰকৈ খেলাবলৈ ধৰিলে। ভাবিচিন্তি তাই ডাক্তৰ নীৰোদ নাৰ্জাৰীক লগ ধৰিবলৈ স্থিৰ কৰি হাস্পতালৰ পিনে খোজ ললে। অলপ দূৰ গৈয়েই ৰ'দৰ তাপ সহিব নোৱাৰি তাই এখন বিক্ৰশ্বত উঠিল।

ৰীতা গৈ হাস্পতালত উপস্থিত হে ৱাৰ সময়ত ডাক্তৰ নিৰোদ নাৰ্জাৰীয়ে ঘৰলৈ উভতিবলৈ যো-যা কৰিছিল। ৰীতাই পৰিচয় দি ক'লে যে তাই নীলাম্বৰ দাসৰ ভাগিনী। নাৰ্জাৰীয়ে চিনি পাই ক'লে, "দাসক মই লগ পাইছোঁ। তোমাৰ কিবা অসুখ নেকি?"

ৰীতাই ক'লে, "মই এটা চাকৰিৰ খবৰ পাই ইয়ালৈ আহিছোঁ।"

"আমাৰ ইয়াত কোনো চাকৰি নাই।

"আৰ্মিয়ে বোলে বহুত শিক্ষিতা নাৰ্চ লব। কিদৰে ভৰ্ত্তি হব পাৰি মোক জনাব পাৰেনে?"

'আৰ্মিয়ে কিছুমান নাৰ্চৰ নিযুক্তি দিব বুলি মই জানো? কিন্তু কোনে দৰ্খাস্ত লব, ক'ত ইণ্টাৰ্‌ভিউ হব মই ক'ব নোৱাৰোঁ।" নাৰ্জাৰীয়ে ক'লে।

ৰীতাই আকুল ভাবে কলে, "কিবা এটা বাট দেখুৱাই দিলে মোৰ বৰ উপকাৰ হয়। দয়া কৰি যদি এই সহায় ফেৰা কৰে কৃতাৰ্থ হম।"

নাৰ্জাৰীয়ে ৰীতাৰ পিনে এইবাৰ ভালদৰে চালে। ছোৱালীজনী নিপোটল আৰু ধুনীয়া। তেওঁ ভাবিলে যে তাই কিবা দুখত পৰিহে চাকৰি লৈ দূৰলৈ যাবলৈ ওলাইছে। তেওঁৰ মনত করুণাৰ সৃষ্টি হ'ল তেওঁ কলে, "ইয়াৰ এটা বেংকত জয়চন্দ্ৰন নামৰ এজন অফিচাৰে কাম কৰে। আৰ্মিৰ ভিতৰত তেওঁৰ অনেক বন্ধু আছে; বিশেষকৈ কৰ্ণেল ৰামমূৰ্তি নামৰ এগৰাকী অফিচাৰ তেওঁৰ আত্মীয়। কৰ্ণেল ৰামমূৰ্তি নিজেও ডাক্তৰ। তুমি এবাৰ জয়চন্দ্ৰনক লগ ধৰিব পাৰা। মই তেওঁক ফোন কৰি কম। ঠিকনাও দিম।"

তেওঁৰ পৰা ঠিকনা লৈ ৰীতা যাবলৈ ওলাল, যোৱাৰ আগেয়ে তেওঁ ডাক্তৰ নাৰ্জাৰীক ধন্যবাদ জনালে। তাৰ পাছত দুখোজ আগবাঢ়ি

এখোজ পাছ হুঁহঁকি আহি তাই ক'লে, "এজন মানুহে নিজে বিপদ চপাই লৈ মৃত্যুৰ মুখৰ পৰা মোৰ ভাইটোক বচাইছে। শুনিছোঁ, তেওঁ এই হাস্পতালতে আছে।"

"আছে। তেওঁৰ নাম জয়ন্ত চৌধুৰী। তুমি তেওঁক চিনি পোৱা নেকি ?"

"নাম শুনিছোঁ। মই চিনি নাপাওঁ।"

"তুমি লগ ধৰি কৃতজ্ঞতা জনাব খোজা নেকি ?" নাৰ্জাৰীয়ে সুধিলে।

ৰীতাই অলপ চিন্তা কৰি ক'লে, "কৃতজ্ঞতা জনাব পাৰিলে ভাল আছিল। কিন্তু তেওঁ মোক চিনি নাপাব।"

ৰীতা যোৱাৰ পিনে চাই নাৰ্জাৰীৰ অনুভৱ হ'ল যে এই ছোৱালীজনীৰ মনত গভীৰ দুখ বিয়পি আছে আৰু তাইৰ মু'খনিত সেইবাবেই অন্তহীন বিষাদৰ ছায়া।

ইয়াৰ দুদিন পাছত ৰীতাই জয়চন্দ্ৰনক লগ ধৰিলে। তেওঁ ৰীতাৰ অনুৰোধ মন দি শুনিলে কৰ্নেল ৰামমূৰ্তিৰ লগত যোগাযোগ কৰি কিবা এটা উপায় উলিয়াব বুলি আশ্বাস দিলে।

## ॥ পোন্ধৰ ॥

আবেলি লহিয়াইছে। যেলিয়ে মেলানি মাগিলেই পাতল বতাহ বলিবলৈ ধৰে। তেতিয়া শীতৰ আবেশ আহি গাত লাগিব পাৰে। নগেন্দ্ৰ শইকীয়াই এৰীয়া চাদৰখন ভাঁজ কৰি কান্ধত ৰাখিছে। অলপ পাছতে গাত মেৰিয়াই লোৱাৰ প্ৰয়োজন হব।

বজাৰৰ সন্মুখৰ পুখুৰীৰ ওচৰৰ পান-দোকানৰ পৰা তামোল এখন মুখত সুমৱাই লৈ শইকীয়া বাটত একাষৰীয়া হৈ ৰ'ল।

মিটিঙৰ পৰা মানুহবোৰ ঘূৰি আহি আছে। তেওঁ মিটিঙলৈ নাযায়। মিটিং মানেই বক্তৃতাৰ আস্ফালন। হেজাৰ বিজাৰ আগত একোজনে বক্তৃতাৰ দিব—তেওঁৰ মুখত সযত্ন চৰ্বিত ভাষা; ফটোগ্ৰাফাৰ বোৰ ঘূৰি ফুৰিব; প্ৰেছৰ ফটোগ্ৰাফাৰ সকলে নাছি বাগি অ'ৰ পৰা ত'ত জপিয়াই ফটো তুলিব। এটা নাটকীয় পৰিবেশ দেশী-বিদেশী ফটোগ্ৰাফাৰ, ৰিপোৰ্টাৰ আদিৰে তেজপুৰ চহৰখন ভৰি পৰিছে। এই বোৰকেই অলপ নতুন যেন লাগে মেল মিটিঙৰ সোৱাদে তেওঁক কেতিয়াবাই আমুৱাইছে।

"হেৰি, কি কৰিছে ইয়াত?"

শইকীয়াই ঘূৰি চালে। অবিনাশ শৰ্মা আহি ওচৰ পাইছে। কথা পাতিবলৈ মানুহ এজন পাই শইকীয়াই ভাল পালে।

"পিছে ক'ৰ পৰা?" তেওঁ সুধিলে।

"মিটিঙৰ পৰা আহিলোঁ। অবিনাশ শৰ্মাই কলে।

"এহ্ থওক হে। কেৱল মিটিং আৰু মিটিং। মিটিং কৰি কি কৰিব হে?"

"মই সেইবোৰ নাভাবোঁ। বহুত মানুহ-দুনুহ লগ পাওঁ কাৰণেই মিটিঙলৈ যাওঁ।"

কিবা এটা ৰহস্যৰ সূত্ৰ বিচাৰি পোৱাৰ দৰে উৎসাহিত হৈ শইকীয়াই কলে, "অ' তাকে কওক। আপুনি ঠিকেই বুজিছে.আন কেইজনে নো এইবোৰ বুজে!"

"কোনবোৰ?"

"এই মিটিং।"

"মানে?"

"মানে ফটফটীয়া। এতিয়া আনবিক যুগ। এই যুগত মেল মিটিঙেৰে আপত্তি দৰ্শোৱাৰ পৰা একো লাভ নহয়।"

"আমি মেল-মিটিঙেৰে আপত্তি দৰ্শাওঁ বুলি কোনে কৈছে। আমি ভৱিষ্যতৰ কৰ্মসূচী স্থিৰ কৰোঁ।" শৰ্মাই ক'লে।

শইকীয়াই এইবাৰ অলপ উত্তেজিত হৈ কলে, "এহ, কবলৈ আৰু মানুহ নাপালে। কৰ্মসূচী স্থিৰ কৰিছে। মোক সেইবোৰ নকব বুজিছে? আনক কব। কওকচোন, আমাৰ হাতত কেইটা মিছাইল আছে?"

"মিছাইল?"

"হয় মিছাইল্। এহ্, আপুনি তাকো নাজানে? যাওক, মুকলি বতাহ লওক গৈ, মেল-মিটিং কৰক গৈ।"

"ৰ'বচোন।"

"ৰ'বলৈ ইয়াত কিটো আছে। সকলো মানুহ পথভ্ৰষ্ট হৈ পৰিছে। সকলো লোক বিপথগামী।"

"নি-চিঞৰিবচোন। পান-দোকানৰ কাষত চিঞৰিলে কোনোবাই আকৌ ধৰিয়েই নিব।" অবিনাশ শৰ্মাই চাৰিওপিনে এবাৰ চকু ফুৰাই চাই কলে।

"এহ্ নিয়ক দিয়ক। যমে নিলেও নিয়া, ৰজাই নিলেও নিয়া। শইকীয়াই কলে। তেওঁ বুজিলে যে আলোচনা ভাল-

দৰে নজমিব। পৃথিবীত এই অবিনাশ শৰ্মাৰ নিচিনা ঢৌত বাগৰি ফুৰা মানুহৰ সংখ্যাই অধিক। পৃথিবীৰেই দুৰ্ভাগ্য। কথাৰ সুৰ সলনি কৰি শইকীয়াই সুধিলে, "তামোল খাব নেকি ?"

"দিয়ক বাৰু ?"

শইকীয়াই পানদোকানৰ পৰা এখন খিলিপান লৈ শৰ্মালৈ আগবঢ়াই দিলে। তেওঁ নিজেও এখন তামোল মুখত সুমুৱাই ললে।

শৰ্মাই কলে, "মই অলপ সকামত ওলাইছোঁ। এবাৰ হাস্পতাললৈ যাম।"

"কোনোবা অসুস্থ নেকি ?"

"জয়ন্ত চৌধুৰীৰ এক্‌চিডেণ্ট হৈছে। তেওঁৰ খবৰ ল'ম।"

"কোন জয়ন্ত হেৰি ? সেই যে বেকাৰ যুৱক এজন সদায় ঘূৰি ফুৰে ?" শইকীয়াৰ মনৰ বিৰক্তি গৈ জয়ন্ত চৌধুৰীৰ ওপৰত পৰিল।

"সেইবোৰ নাজানো। অলপ দিনৰ চিনাকি।"

"যাৰে তাৰে লগ নহব। যি দিন কাল আহি পৰিছে। কোন শত্ৰু কোন মিত্ৰ ধৰিবই নোৱাৰি।"

"বেচেৰা এনেয়ে তেজপুৰৰ বাহিৰৰ মানুহ তাতে হাস্পতালত পৰি আছে। যাওঁ যাওঁ বুলিও যাব পৰা নাই। যাব নেকি ? আপোনাৰ লগত তেওঁৰ নিশ্চয় চিনাকি আছে।"

"এহ, থওকহে। সীমান্তত হেজাৰ হেজাৰ জোৱান ভৰি ভাগি পৰি আছে, কোনে সিহঁতৰ খবৰ ৰাখিছে ? তেজপুৰ টাউনত বেকাৰ উদ্দেশ্যহীন যুৱক এজনৰ ভৰি ভাগিছে। একো আচহুৱা কথা হোৱা নাই। মানুহৰ মুখত জয়ন্ত চৌধুৰীৰ এক্‌চিডেণ্টৰ কথা ময়ো শুনিছোঁ। এই সৰু টাউনখনত তামোল খাই পিক্‌পেলালেও কথাটো মানুহৰ কানে কানে ঘূৰে। এইবোৰ খবৰ লবলৈ মোৰ আহৰি নাই। দেশৰ এই দুৰ্দিনত আমাৰ হাতত বহুত কাম

বুজিছে ? এটা মুহূৰ্ত্তও অপব্যায় কৰা উচিত নহয়।" একে লেখাৰিয়ে কথাখিনি কৈ শইকীয়াই কান্ধৰ এড়ীয়া চাদৰখন ঠিক কৰি লৈ শৰ্মাক প্ৰত্যুত্তৰৰ কোনো সুযোগ নিদি সম্মুখৰ পিনে দীঘল খোজ পেলাই আঁতৰিল।

শৰ্মাই অবাক হৈ অলপ পৰ শইকীয়া যোৱাৰ পিনে চাই ৰ'ল। তেওঁৰ আদহীয়া জীৱনত শইকীয়াৰ এই ব্যৱহাৰ ৰহস্যজনক আৰু বিচাৰ বুদ্ধিহীন যেন লাগিল। তেওঁ এটা হুমুনিয়াহ পেলাই হাস্পতাললৈ খোজ ললে।

অবিনাশ শৰ্মাই অলপ দুৰ গৈয়েই নিবাৰণ ডেকাক লগ পালে। নিবাৰণ ডেকা চাকৰিৰ পৰা বহিস্কাৰ হোৱা বিষয়া। তেওঁৰ বয়স আঢ়ৈকুৰিৰ ওচৰ চাপিছে। চাকৰিৰ পৰা খেদা খোৱাৰ পাছত তেওঁৰ দবা খেলত ৰাপ বহিল।

সকলো সময়তে তেওঁৰ হাতত এযোৰ দবা থাকে। আজিও তেওঁৰ হাতত এযোৰ দবা আছে। তেওঁ দবাৰ ঢালখন ছভাঁজ কৰি হাতত ৰাখিছে আৰু গুটিবোৰ এটা সৰু কাঠৰ বাকচত লৈ ছে।

শৰ্মাই সুধিলে, "মিটিঙলৈ নগ'ল নেকি ?"

"কিহৰ মিটিং ?"

"চাৰ্চ ফিল্ডত হৈছিল। ভৱিষ্যতৰ কৰ্ম-সূচী ৰচনা কৰিবলৈ।"

ডেকাৰ মুখখন তিতা-কেহা লাগিল। তেওঁ কলে, "থওক। তেনেদৰে দেশৰক্ষা কৰিব নোৱাৰি।"

"তেন্তে কেনেদৰে দেশৰক্ষা হয় ?" শৰ্মাই সৰল ভাৱে সুধিলে।

শৰ্মাৰ কথাৰ সুৰত এটা স্পষ্ট বিদ্রুপ লুকাই থকা বুলি অনুমান কৰি ডেকাই শৰ্মাৰ পিনে এনেদৰে চালে যেন তেওঁৰ : চকুত ভস্মলোচনৰ চকুৰ জুই থাকিলে তেওঁ শৰ্মাক পুৰি ছাই কৰি দিলেহেঁতেন। নিজৰ অসমৰ্থতাত ডেকাৰ নিজৰ মনতে ধিক্কাৰ লাগিল। তেওঁ একো উত্তৰ

নিদিয়াটোকেই স্থিৰ কৰিলে।

শৰ্মাই আকৌ সুধিলে, "তেন্তে কিহেৰে নো দেশৰক্ষা হ'ব।" ডেকাই মুখ ঘূৰাই এটা হুমুনিয়াহ পেলাই ভাবিলে, এদিন দেশকালৰ কথা তেওঁ নিজেও ভাবিছিল। এতিয়া সেইবোৰ নাভাবে। আজিকালি তেওঁ নিজৰ কথাহে ভাবে। ব্যক্তিগত স্বাৰ্থ চিন্তাৰ বাহিৰে তেওঁৰ আন চিন্তা নাই। এইবোৰ লোকক কোৱা কথা নহয়। লোকে জানিলে বদনাম হ'ব পাৰে।

শৰ্মাই উত্তৰ নেপাই কলে, "আজিলৈ আহোঁ। হাস্পতাললৈ যোৱাৰ কথা আছে।"

হঠাৎ ডেকাই তেওঁৰ মুখামুখি হৈ কলে, "শৰ্মাদেউ দবা খেলিব নেকি? এহাত?"

"আলিবাটত খেলিব নে।"

"নহয়। আন এঠাইত। সেই চাহ দোকান খনতো খেলিব পাৰি।"

শৰ্মাই নিৰুপায় হৈ ক'লে, "আজিলৈ থাকক আন এদিন খেলিম।"

মনত বেজাৰ পালেও ডেকাই ক'লে, "বাৰু। আন এদিন মোৰ ঘৰলৈকে আহিব। ঘৰতে খেলিম।"

কোনোৰকমে ডেকাৰ পৰা মুক্তি পাই চুখোজ গৈ শৰ্মাই দীঘলকৈ উশাহ ললে। নিবাৰণ ডেকা মানুহজন দবাৰ নামত পাগল। তেওঁৰ কাৰণে দবা মদতকৈও প্ৰিয় নিচা। ঘৰ, বজাৰ, হোটেল, ৰেস্তোৰাঁ, সকলোতে ডেকাই দবা খেলে। খেলাৰ লগ বিচাৰি কেতিয়াবা হাবাথুৰি খায়। এনে অৱস্থাত তেওঁৰ লগত সাক্ষাৎ হলে সৰ্বনাশ হৈ পৰে; দবা খেলিবলৈ তেওঁ টানিবই। অৱশ্যে তেওঁ ভালেই খেলে।

শৰ্মাই এইবাৰ ক'তো নবৈ হাস্পতাললৈ আগবাঢ়িল।

## ॥ ষোল ॥

অক্টোবৰ মাহৰ কুৰি তাৰিখ। খোলা আৰু কিনৃজেমানে পহৰা চকি চীনাসকলে দখল কৰিছে। অনেক জোৱানৰ মৃত্যু হৈছে। ৰেডিঅ'ত বাতৰি আহিছে।

হাস্পতালত নিজৰ কোঠাত বিচনাত পৰি জয়ন্ত চৌধুৰীয়ে বাতৰি কাকতত চকু ফুৰাই আছিল। নিতৌ নতুন খবৰ। পৃথিবী জুৰি এটা আন্দোলনৰ সৃষ্টি হৈছে। সকলোৰে সন্মুখত এটা প্ৰশ্ন: শান্তিময় সহ-অৱস্থান সম্ভৱপৰ নে? অৱশ্যে অনেকেই ইমানদিনৰ স্থিৰ সিদ্ধান্ত দলিয়াই পেলাবলৈ ৰাজী নহয়। তেওঁ-লোকৰ মতে ভাৰতৰ ওপৰ চীনৰ এই আক্ৰমনে সহ অৱস্থানৰ জয় হে প্ৰমাণ কৰিছে। পৃথিবীৰ স্বাধীনতা প্ৰিয় প্ৰায়বোৰ দেশেই ভাৰতক সহায় কৰিবলৈ আগবাঢ়ি আহিছে।

"বেছ আৰামত আছে দিয়ক।"

মাত শুনি জয়ন্তই মূৰ তুলি চালে। অবিনাশ শৰ্মা আহিছে।

"আহক বহক হি", জয়ন্তই ক'লে।

বিছনাৰ কাষতে চকীত বাহ শৰ্মাই ক'লে "আহোঁ আহোঁ বুলি আহিব পৰা নাছিলোঁ। লেঠা খুণ্ডছেই। দেখিছোঁ আপুনি সুন্দৰভাৱে আছে। এইদৰে কেইটামান দিন চকু মুদি কটাই দিয়ক।"

"প্লাষ্টাৰ খুলিবলৈ বেছি দিন নাই।"

"তেনেহলে তো কথাই নাই।" অলপ বৈ শৰ্মাই আকৌ ক'লে, চৌধুৰী, আজিৰ বাতৰি ভয়াৱহ। বোধহয় শুনিছেই। এই যুদ্ধৰ বিষয়ে আপোনাৰ কি ধাৰণা?"

"একো ধাৰণাই নাই।"

"মানে? একো ধাৰণাই নাই মানে?"

"হাস্পতালৰ বেডত পৰি থাকি কি ধাৰণা কৰিব পাৰোঁ বাৰু? কওক।"

"কিয়? এই যে বাতৰি কাকত পঢ়ি আছে। মানুহৰ মুখে মুখে ইমান জনৰৱ।"

"জনৰৱত মই বিশ্বাস নাৰাখোঁ।"

"বাতৰি কাকতত তো বিশ্বাস ৰাখিব পাৰে।"

"সেইবোৰ ভাবি কি হব কওক? কথাত কথাহে বাঢ়ে। পাৰিলে কিবা কাম কৰা উচিত।"

শৰ্মাই বিজ্ঞৰ সুৰত ক'লে, "ময়ো তাকে ভাবোঁ। চিঞৰ-বাখৰ কৰি একো লাভ নাই। আচল কথা কি জানে? সৰহভাগ মানুহেই কিবা এটা হুলস্থুল বিচাৰে। এই ধৰক, মই ফুটবল খেল চাবলৈ ভাল পাওঁ; খেল খন ৰবাৰ টেঙাৰ বলেৰে হলে ও মোৰ আপত্তি নাই। মেল মিটিঙতো যোগ দিওঁ। বহুত মানুহক লগ পাওঁ; ভাল লাগে। এক হিচাপত সময়খিনি ভালদৰে কাটি যায়। সময় কটোৱাত বাহিৰে এইবোৰত মোৰ আন উদ্দেশ্য নাই।"

জয়ন্তই একান্তমনে শুনিলে। শৰ্মাই কৈ গ'ল, "ইয়াত অলপতে এটা ৰেজিষ্টেন্স কমিটি গঢ়ি উঠিছে। মই অৱশ্যে বিশেষ খবৰ ৰখা নাই।"

জয়ন্তই ক'লে, "খবৰ ৰাখিব। ৰেজিষ্টেন্স মানেই প্ৰতিৰোধ বা প্ৰতিবন্ধক। আমি কিদৰে শত্ৰুক শ'লঠেকত পেলাব পাৰোঁ। সেই চিন্তা-চৰ্চা কৰিবই লাগিব।"

শৰ্মাৰ মনত তেতিয়া নগেন্দ্ৰ শইকীয়াৰ কথাবোৰৰ প্ৰতিক্ৰিয়া চলিছিল। আলোচনা কৰি কি হব, শুই থাকি হঠাৎ জাগি দেশৰক্ষা কৰা যায়নে? জন আছে, কিন্তু বল ক'ত? অস্ত্ৰ ক'ত? ইত্যাদি চিন্তাবোৰে তেওঁক আউৰি দি ধৰিছিল। তেওঁ কথাৰ সুৰ সলনি কৰি

সুধিলে, "হেৰি, মিছাইল কি?"

"হঠাৎ মিছাইলৰ মানে বিচাৰিছে কিয়?"

"আজি আহি থাকোতে নগেন্দ্ৰ শইকীয়াই বাটত লগ পাই ক'লে যে মিছাইল নহলে উদ্ধাৰ নাই।"

জয়ন্তৰ মুখত হাঁহি বিৰিঙি উঠিল। "আপুনি শইকীয়াকে সুধিব।"

অলপ বৈ জয়ন্তই কলে, "মই ইয়াত পৰি থকা বুলি কিজানি তেওঁ নাজানে। জানিলে তেওঁ নিশ্চয় আহিলহেতেন।"

"বোধহয়।" শৰ্মাই আচল সত্যটো ঢাকি ৰাখি কবলৈ বাধ্য হ'ল। সঁচা কথাটো ক'লে জয়ন্তই দুখ পাবও পাৰে। তেওঁ আকৌ যুদ্ধৰ কথা উলিয়ালে, "যুদ্ধখনে মানুহৰ অশান্তি আনিছে। আপোনাৰ ধাৰণা কি নাজানিলোঁ। মোৰ কিন্তু কাৰো কথাতে বিশ্বাস নোহোৱা হৈছে। নেতাসকলে নিতৌ আশ্বাস দিছে। তেজপুৰত তেওঁলোকৰ বক্তৃতাৰ ফুলজাৰি উৰিছে। প্ৰধানমন্ত্ৰীৰ বাণী ৰেডিঅ'ত শুনি আছোঁ। ভাৰতৰ বিভিন্ন প্ৰদেশৰ কেবাজন মুখ্যমন্ত্ৰীকো দেখিলোঁ। কোনো কথাকে মই গভীৰভাবে লব নোৱাৰা হৈছোঁ।"

জয়ন্তই ক'লে, "আমাৰ শিকিব লগীয়া কথা বহুত আছে। যুদ্ধখনো তাৰে অন্তৰ্গত। জধে-মধে কিবা কোৱাতকৈ ধীৰে সুস্থিৰে চিন্তা কৰাৰ সময় আহিছে। বাৰু, সিবোৰ যাওক। আপোনাৰ ঠিকাৰ কাম কেনে চলিছে, কওক।"

"ভালেই চলিছে।"

অলপ পৰ বৈ থাকি কিবা মনত পৰাৰ নিচিনা জয়ন্তই সুধিলে, "বিজিত দত্তক চিনি পায়নে?"

"কোন বিজিত দত্ত?"

"এজন ডেকা ঠিকাদাৰ। মোৰ এসময়ত সহপাঠী আছিল।"

"অঁ, চিনি পাইছোঁ। আপোনাৰ সহপাঠী আছিল নেকি?

কথাটো কৈ ভালেই কৰিলে ; নহলে মুখত কিবাকিবি ওলাব-হেঁতেন।" শৰ্মাই মুখখন তিতা লাগি যোৱাৰ দৰে মুখভংগী কৰি কথাষাৰ ক'লে।

"তাৰ মানে ?" জয়ন্তই কৌতূহল অনুভৱ কৰিলে।

"আপুনি বেয়া নাপায় যদি কবও পাৰোঁ।"

"বেয়া পাব লগা একো নাই।"

"মানুহজন তেনেই গুচিল। মদ আৰু মাইকী নহলে চলিবই নোৱাৰে।" শৰ্মাই ক'লে।

"মই সেইবোৰ নাজানিছিলোঁ। তেওঁ টকা-পইছা আৰ্জিছে যেন লাগে "

"নকৰ হেৰি। টকা-পইচা বহুতেই আৰ্জে। আমি তেওঁৰ দৰে ছিম্মান তললৈ নাযাওঁ। ঠিকা কৰিলেও সন্মান অটুট ৰাখোঁ।"

বিজিত দত্তই নো কিহৰ কাৰণে কিদৰে আপোন সন্মান হানি কৰিছে, সেই বিষয়ে জানিবলৈ জয়ন্তই কোনো আগ্ৰহ প্ৰকাশ নকৰিলে। পৰ-চৰ্চালৈ তেওঁৰ কোনোদিনেই আগ্ৰহ নাছিল। তেওঁ আন কথা উলিয়ালে, "ছপাখানা চলোৱাৰ কথাটো কেতিয়াবা ভাবি চাইছে নে ?"

শৰ্মাই সন্দেহৰ চকুৰে চাই ক'লে, "ছপাখানা ? মানে প্ৰেছৰ কথা কৈছে ?"

"হয়"।

"নাই তেনে কামৰ কথা ভাবি চোৱা নাই। কিন্তু সেইবোৰ কাম কৰা মানুহ দেখিছোঁ।"

"ইয়াত প্ৰেছ এটা চলিবনে ?"

"ছুটামান প্ৰেছ তো চলিয়েই আছে। অসীমা নে কি তেনে নামৰ প্ৰেছ এটাত লেটাৰ-হেড্ ছপাইছিলোঁ।"

"অসীমা প্ৰেছটোৰেই যদি পৰিসৰ বঢ়োৱা যায়, চলিব নে ?"

"চলিবও পাৰে। আজিকালি পঢ়াশুনা বাঢ়িছে। ছপা কামতো

মানুহৰ আগ্ৰহ বাঢ়িছে।"

দুপাখানাৰ আলোচনাটো শৰ্মাৰ অপ্ৰিয় লগা নাছিল। তেওঁ মনপুতি আলোচনা কৰিছিল। কিন্তু আলোচ্য প্ৰসংগৰ তীব্ৰতা আৰু ওজন কথোপকথনত বেছি সময় নাথাকে। জয়ন্তই কথা নবহলাই নীৰৱে ৰ'ল। এই নীৰৱতা শৰ্মাৰ ভাল নালাগিবৰে কথা। তেওঁ হঠাৎ উঠি থিয় হ'ল। তেওঁ ক'লে "আজিলৈ আহোঁ। হাতত বহুত আধকৰা কাম আছে।"

"মোৰ খবৰ লোৱাৰ বাবে ধন্যবাদ জনাইছোঁ।" জয়ন্তই নমস্কাৰ জনালে।

"নাই নাই ধন্যবাদ কিহৰ ? সময় পালে আকৌ আহিম।

অবিনাশ শৰ্মা যোৱাৰ পিনে জয়ন্তই চাই ৰ'ল। শৰ্মা মানুহজন ব্যস্ত। তেওঁ সদায় নিজেকে ব্যস্ত ৰাখে: ফুটবল খেল চাবলৈ যায়, পান দোকানৰ কাষত থিয় হয়, মে'ল মিটিঙত উপস্থিত থাকে। কাৰণ অকাৰণ বা সময় অসময়ৰ প্ৰশ্ন নাই। তেওঁ জয়ন্ত চৌধুৰীৰ খবৰ লবলৈ আহিছে ; আকৌ আহিব। এইবোৰ কৰ্ত্তব্য বা অকৰ্ত্তব্য নহয়। চৰিত্ৰৰ এই প্ৰৱনতাক বাধা দিয়াৰ ক্ষমতা তেওঁৰ নাই।

অবিনাশ শৰ্মাই এখন্তেকো অকলে থাকিব নোৱাৰে। ঘৰ-সংসাৰ, ল'ৰা-ছোৱালী, জীৱিকাৰ যাৱতীয় যন্ত্ৰনা চন্তালি হাতত যিখিনি সময় বাহি হয়, সেই সময়খিনিত তেওঁ নিঃসংগ। এই নিঃসংগতাক তেওঁ ভয় কৰে। নিঃসংগ মুহূৰ্ত্তত ঘৰ এৰি তেওঁ আলিবাটলৈ ওলাবলৈ বাধ্য হয়, পদূলি এৰি জনতাৰ ভিৰৰ মাজত সোমাই পৰে। জয়ন্ত চৌধুৰীয়ে তেওঁৰ কথা অনেক সময় ধৰি ভাবিলে।

পৰ সীমান্তৰ টৱাং টাউনখনৰ অৱস্থা নিৰাপদ নহয়। চীনা-সকলে কেৰা পিনৰ পৰা আক্ৰমণ কৰিছে। বাতৰি কাকতত এনে ইংগিত আহি আছে যে টৱাং ৰক্ষা কৰাটো সম্ভৱ নহব। মানুহৰ মুখে মুখে অজস্ৰ জনৰৱ। হাস্পতালত থাকিও জয়ন্তই এইবোৰ শুনি আছে।

স্বল্পপাৰ্শ্বত মানুহ নিঃসংগ। যুদ্ধ, দুখ, দাৰিদ্ৰ, উৎসৱ, উদ্বিগ্নতা—এইবোৰে মানুহক একোটা বিশেষ পৰিস্থিতিৰ সন্মুখীন কৰি তোলে, এটা বিশেষ সামূহিক ভাৱত আপ্লুত কৰি তোলে, সাময়িক ঐক্য আনি দিয়ে। এইবোৰ বহি প্ৰকাশ। আচলতে অন্তৰৰ অন্তস্থলত মানুহ একান্ত নিঃসংগ। এই নিঃসংগতা কেতিয়াবা ভীতপ্ৰদ হৈ পৰে। পৃথিবীত দুখ দাৰিদ্ৰতা বা প্ৰেম-প্ৰণয়ৰ বাবে আত্মহত্যা কৰাতকৈ আপোন নিঃসংগতাৰ ভয়ত স্ত্ৰীপুত্ৰ পৰিবৃত হৈও অধিক মানুহে আত্মহত্যা কৰিছে। মেল-মিটিং, খেল-পথাৰ হাস্পতাল, আলিবাট, তৰ্ক-বিতৰ্ক, হুযুগ, জনৰৱ উৰাবাতৰি এই সকলোবোৰ লৈ সৰহভাগ মানুহ বাচি থাকে। মূল প্ৰশ্ন এৰি তেওঁলোকে অহেতুক ব্যস্ততাৰ দ্বাৰা মনৰ অসম্পূৰ্নতাক পূৰ্ণ কৰিব খোজে। প্ৰকৃত সত্য মুকলি নহয় কেতিয়াও।

জয়ন্তই আপোন মনৰ পিনেও চকু দিলে। ডাক্তৰ নীৰোদ নাৰ্জাৰিয়ে তেওঁৰ যত্ন লৈছে। দিলীপ ফুকনেও সস্ত্ৰীক আহি খবৰ লৈছে। জয়চন্দ্ৰনৰ স্ত্ৰী ৰাধাই আপোন মানুহৰ দৰে তেওঁৰ খোৱা-বোৱাৰ খবৰ ৰাখিছে। হাস্পতালত চকু মুদি থাকিও তেজপুৰ চহৰৰ ক'ত কি হৈছে তেওঁ কব পাৰে, সীমান্তৰ ক'ত কি হৈছে তেওঁ জানিব পাৰিছে, জনৰৱ বোৰেও তেওঁৰ কান চুই গৈছে। তথাপি মনৰ নিভৃতত তেওঁ অকলশৰীয়া। নৰমীৰ মুখখনে মাজেসময়ে তেওঁৰ মনৰ মাজত উকি মাৰি তেওঁৰ এই নিঃসগতাক দুৰ্বহ কৰি তুলিছে।

জীৱন যুদ্ধত অ'ত ত'ত ঘাত প্ৰতিঘাত পাই জয়ন্তই পথৰ ভাগবৰ

হিচাপ ৰখা নাই; কিন্তু অদৃষ্টই সেই হিচাপ ৰাখি আছে। আপোন স্মৃতিৰ পৰা জয়ন্তই মুক্তি পোৱা নাই। তেওঁৰ কাম নাই। তেওঁৰ আহৰি ও নাই।

অবিনাশ শৰ্মা সুখী। তেওঁ দ্বিধাহীনভাৱে জীৱনটো যেনেদৰে আহিছে তেনেদৰে লৈছে। তেওঁ জীৱনৰ আদি অন্ত সম্পৰ্কে নিৰুৎসুক। তেওঁ কোনো প্ৰশ্ন নোতোলে।

জয়ন্তই জীৱনটোক অবিনাশ শৰ্মাই লোৱাৰ দৰে লব পৰা নাই। তেওঁ নিজে অসুখী। তেওঁ আনকো অসুখী কৰিছে।

অবিনাশ শৰ্মা আৰু জয়ন্ত—এজন সুখী, আনজন অসুখী। কিন্তু দুয়োৰে মাজত বিশেষ পাৰ্থক্য নাই। উভয়ৰে জীৱনৰ মানৱিক পৰিস্থিতি একসুৰীয়া।

জয়ন্তৰ মনত খেলালে যে এটা সহজ সৰল অৰ্থহীন জীৱন-যাপনেই শ্ৰেয় আছিল। তেতিয়া অন্য লোক যিদৰে সুখী হৈছে, তেনেদৰে তেওঁ নিজেও সুখী হব পাৰিলে হেঁতেন। অন্ততঃ অসুখী হোৱাৰ বাবে তেওঁৰ কোনো কাৰণ নাথাকিল হেঁতেন।

কিন্তু এই সত্যটো জয়ন্তৰ মনত প্ৰতিভাত ন'হল যে কৰ্মহীনতাই সকলো নিৰানন্দৰ উৎস; কৰ্মলৈ প্ৰসাৰিত নোহোৱা-লৈকে কোনো থিয়ৰীৰেই মূল্য নাই।

## ॥ সোতৰ ॥

কমলচন্দ্ৰ হাজৰিকাই যুদ্ধ সম্পৰ্কে নিজৰ মনৰ ভিতৰতে আৰভোবাই ঘৰৰ ভিতৰত সোমাল। তেওঁ ডিঙিটো শুকোৱা যেন পালে। তেওঁ মাত লগালে, "হেৰা, পানী এগিলাচ খুওৱাহে।"

গিৰিয়েকৰ মাত শুনি পানী এগিলাচ লৈ মৰমীৰ মাক আহি ওলাল। তেওঁ পানীৰ গিলাচটো আগুৱাই দি ক'লে, আজি সোনকালে ঘূৰিলে যে?"

"তোমাৰ খুঁতখুঁতীয়া কথাবোৰ এৰি পেলোৱাহে। মই কেতিয়ানো উভতি অহাত পলম কৰিছোঁ? সদায় দেখোন সোনকালে ওভতোঁ।"

"এহ্, শেষত মোৰ কথাবোৰহে খুঁতখুঁতীয়া হ'ল!" মৰমীৰ মাকৰ মাতৰ সুৰত অভিমান স্পষ্ট হৈ উঠিল।

"থং নকৰীবা চোন। দেশত দুৰ্দিন উপস্থিত হৈছে। এতিয়া ঘৰত মান-অভিমান কৰাৰ সময় নাই।" হাজৰিকাই সান্ত্বনাৰ সুৰত কলে।

'তেন্তে নো কিহৰ বাবে সময় আছে?"

সেইবোৰ দহোকুৰিজনে ভাবি উলিয়াৱ পৰা নাই। বুজিছা? এতিয়া দেশৰ খবৰ শুনা। টৱাং চহৰখন চীনাসকলে দখল কৰিলেই। চহৰখনৰ কেওপিনৰ পৰা আক্ৰমণ চলাই চীনাসকলে আমাক হঠাৎ শলঠেকত পেলালে। আমাৰ সৈন্যই সেই সক চহৰখন পৰিত্যাগ কৰি আহিবলৈ বাধ্য হ'ল। এতিয়া আমি ভালদৰে সাজু হবৰ হ'ল।"

"তেজপুৰৰ পৰা টৱাং কিমান দূৰত?"

নাজানা? এই সেইবাবেই কওঁ যে ভূমত ভূগোলখন ভাল-মনে শিকাব লাগে। তেজপুৰৰ পথা টঙাং কিমান দূৰত বহুতেই নাজানে। ভূগোল নপঢ়াৰ বাবেহে এনে হৈছে, বুজিছা?"

"এতিয়া বুঢ়ী অৱস্থাত ভূগোল নপঢ়িলেও হব। এটা কথা মন কৰিছেনে? জয়ন্ত দেখোন বহুদিন ইয়ালৈ অহা নাই। আপুনি ক'ৰবাত লগ পাইছে নে?"

"এহ্ নাই পোৱাহে। ল'ৰাজনে একেবাৰে আহিবলৈ এৰিলে।" অলপ ৰৈ হাজৰিকাই মমনীৰ মুখত সুধিলে, "মৰমীয়ে কিবা জানে নেকি?"

"এবাৰ সুধিছিলোঁ। তাই একো উত্তৰকে নিদিলে। অবাধ্য ছোৱালী ক'ৰবাৰ।"

"তোমাৰ নিচিনাই হৈছে।"

"হওক, কটা ঘাত খাৰ ছটিয়াব নেলাগে।" হাজৰিকানীয়ে উচাট্ মাৰি পাকঘৰলৈ গুচি গ'ল।

হাজৰিকাই হাত মুখ ধুই আহি টেবুলৰ কাষত বহি শাস্ত্ৰৰ পাত লুটিয়ালে। কিন্তু শাস্ত্ৰত তেওঁৰ মন নবহিল। তেওঁ চচ্‌মাযোৰ খুলি থলে। দেশৰ পৰিস্থিতিৰ কথা ভাবি তেওঁ আপোন পৰিস্থিতিৰ কথা পাহৰিছে। বাহিৰৰ উত্তেজনাৰ খলকনিয়ে তেওঁকো চুইছে। প্ৰধানমন্ত্ৰীয়ে আশ্বাস দিছে যে অৱশেষত ভাৰতেৰেই জয় হ'ব; সন্মান ভাৰতৰেই হস্তগত হব। ঘৰ, পথ আলিবাট, পাৰ্ক, অফিচ আদালত—সকলোতে এইবোৰ লৈ আলোচনা চলিছে। চাৰ্চফিল্ডত মিটিং, বাতৰি কাকতত নিতৌ অজান ঠাইৰ মানচিত্ৰ আৰু নতুন খবৰ, ৰেডিঅ'ৰ দোকানৰ কাষত সন্ধিয়া জনতাৰ ভিৰ। পানদোকানৰ বিক্ৰী বাঢ়িছে।

আপাতদৃষ্টিত দেখা গৈছে যে সকলোৱে দেশৰ কামত লাগিব খুজিছে। সকলোৱে কিবা একোটা কাম বিচাৰিছে। শুই থকা দেশ এখন জাগি উঠিছে।

কমলচন্দ্ৰ চন্দ্ৰ হাজৰিকাৰ স্পষ্ট ধাৰণা এই যে দেশৰ অধিকাংশ মানুহ আচলতে এতিয়াও সজাগ নহয়। তেওঁ স্কুলৰ মাষ্টৰ হৈ থকা দিনত শেষৰ বেঞ্চত টোপনিয়াই থকা ল'ৰাক যেতেবে কোবাই জগাই দিছিল। আজিৰ মানুহক তেনে আঘাতৰ দৰকাৰ হৈছে। তেওঁ অনুমান কৰিলে যে তেওঁৰ নিজৰো বহুত বয়স হ'ল। তেঁও ত্ৰিচ্‌চনৰ সত্যাগ্ৰহত নামিছিল। বিয়াল্লিছৰ আন্দোলনো তেওঁ দেখিছিল। সেই সময়ত দেশখনৰ উদ্বোধনৰ প্ৰয়োজন হৈছিল। আজি উনৈশ শ বাষষ্ঠি চনত আত্মৰক্ষাৰ প্ৰয়োজন হৈ পৰিল। আত্মৰক্ষাৰ কাৰণে আত্মবলিদানৰ আৱশ্যক। এই আত্মবলিদান বক্তৃতা, শ্লোগান বা বিতৰ্কৰ দ্বাৰা সম্ভৱ নহয়। এই-আত্মবলিদান কৰ্মৰ দ্বাৰা হে সম্ভৱ। দেশৰক্ষাৰ প্ৰাচীৰৰ মূলত ইটা নহয়, কৰ্মহে। তেওঁ ঘৰৰ বাৰান্দালৈ ওলাই আহি বাহিৰলৈ চাই থিয় হ'ল। চাৰিওপিনে এটা থমথমীয়া ভাৱ। দেশৰ এই দুৰ্দিনত তেজপুৰৰ অনেক মানুহে ধন সোন সোপাকে প্ৰতিৰক্ষা পুঁজিত জমা দিছে। মৰমীয়ও নেহেক ময়দানত ভাৰতৰ গৃহমন্ত্ৰীৰ হাতত তাইৰ হাতৰ কানৰ অলংকাৰ খুলি দি আহিছে। তেওঁ ভাগৰি পৰিছে। কিন্তু মৰমীহঁত ভাগৰি পৰাৰ কোনো কাৰণ নাই। তেজপুৰৰ মানুহৰ সাম্প্ৰতিক উৎসাহ উদ্দীপনা তেওঁৰ বাবে এটা নতুন অভিজ্ঞতা। পৰাধীন দিনবোৰৰ কথা তেওঁৰ মনত আছে। স্বাধীনতা উপাৰ্জনৰ সুখো তেওঁ অনুভৱ কৰিছে। স্বাধীনতা ৰক্ষাৰ বাবে এনে এটা দিন আহিব বুলি তেওঁৰ ধাৰণা নাছিল। তেওঁৰ ধাৰণা হ'ল যে প্ৰতিজন ভাৰতীয় মানুহৰ আত্মবিশ্লেষণৰ প্ৰয়োজন। তেওঁ নিজেও এটা সৰ্বভাৰতীয় প্ৰতীক্। চিন্তাচৰ্চা ধ্যান ধাৰণা সকলোতে তেওঁৰ গতি নিস্তেজ। কিন্তু গতিৰ প্ৰয়োজন হৈছে। আনক বিশ্লেষণ কৰিব নাজানি তেওঁ আত্মকেন্দ্ৰিক হে পৰিছে। দেশখনৰ মানুহৰ ভুল ভ্ৰান্তি, আশা-আকাংক্ষাক বাদ দি তেওঁৰ-

নিজৰ একো সত্তা নাই ; থাকিব নোৱাৰে।

কমলচন্দ্ৰ হাজৰিকা চিন্তাগ্ৰস্ত হৈ পৰিল। ইমানদিন তেওঁ যিবোৰ কথা ভবা নাছিল, সেইবোৰকে আজি তেওঁ ভাবিছে ; ভাবিবলৈ বাধ্য হৈছে।

হাজৰিকানীয়ে আহি সুধিলে, 'চাহ একাপ খাব নেকি ? কিনো ইমান চিন্তা কৰি আছে' ?

হাজৰিকা বাবান্দাৰ চকী এখনত বহি পৰিল। তেওঁ ক'লে, "চাহৰ কথা কৈছা ? এতিয়া খাবলৈ মন যোৱা নাই। তুমি চিন্তাগ্ৰস্ত হোৱাৰ কথা উলিয়াইছা ? কিন্তু আজি কোন নো চিন্তাগ্ৰস্ত নহয় ? নেতা, শাসক, অধ্যাপক, ডাক্তৰ, ইন্‌জিনিয়াৰ, পণ্ডিত, কাৰবাৰী, চোৰাং বেপাৰী, পান তামোলৰ দোকানী সকলো লোকেই চিন্তাগ্ৰস্ত। সকলোৱে আপোন-আপোন ধৰণে ভাবিছে। কাৰো চিন্তাৰ লগত অন্য কাৰো চিন্তাৰ মিল নাই।

হাজৰিকানীয়ে কলে, "চিন্তা কৰি নো আমাৰ কি লাভ হব ? অৱশ্যে মানুহে চিন্তা নকৰাকৈও থাকি নোৱাৰে"।

হাজৰিকানীয়ে পাকঘৰলৈ গুচি গল। হাজৰিকাই ভাবিলে, হাজৰিকানীয়ে জয়ন্তৰ কাৰনে বহুত আশা পুহিছে। মৰমীৰ বং শ্যামল। জয়ন্ত আজি বহুদিন ধৰি তেওঁলোকৰ ঘৰলৈ অহা নাই। নীতু কেটামান দিনৰ বাবে মোমায়েকৰ ঘৰলৈ গৈছে ; সেইবাবে জয়ন্তৰ খবৰ লব পৰা নাই। তেওঁ কিবা এটা উপায় উলিয়াই জয়ন্তৰ খবৰ লব ; নহলে তেওঁ নিজেই তেওঁক বিচাৰি যাব।

বাবান্দাৰ পৰা উঠি ঘৰৰ ভিতৰলৈ ঘূৰোঁতেই তেওঁ মৰমীৰ মুখামুখি হ'ল। জয়ন্তৰ খবৰ বিচাৰি তেওঁ হঠাৎ তাইকে প্ৰশ্ন কৰিলে, "মা মৰমী ?"

"কি দেউতা ?"

"তই ···মানে··· মানে····" হাজৰিকাৰ মুখৰ কথা মুখতেই মৈ গ'ল। তেওঁৰ মানত জয়ন্তৰ কথা মৰমীক সোধাটো এটা সীমা অতিক্ৰম কৰা কথা যেন লাগিল। ইফালে তাই মাকৰ একে প্ৰশ্নৰ উত্তৰকে নিদিলে। তেওঁৰ মনত খেলালে, মৰমীয়ে জয়ন্তৰ প্ৰতি একো দুৰ্বলতা পুহি নাৰাখিবও পাৰে; এনে অৱস্থাত জয়ন্তৰ কথা তাইক সোধাটো অপ্ৰাসংগিক আৰু অনুচিত হব। "দেউতা কিবা কব নেকি?"

"কিবা মানে বিশেষ একো নাই। আজি কলেজলৈ নগলি নেকি?"

"ইচ দেউতাই পাহৰিলেই! আজি দেখোন আমাৰ কলেজ বন্ধ। দেওবাৰ।" মৰমীয়ে হাঁহি পেলালে।

অপ্ৰস্তুত অৱস্থা এটাৰ পৰা মুক্তি পাই হাজৰিকাই স্বস্থিৰ নিশ্বাস পেলালে। তেওঁ হাঁহি ক'লে, "ওঁ হয়তো। পাহৰি-ছিলোঁৱেই। আৰু এটা কথা।"

"কি"?

"নীতুৰ চিঠিৰ উত্তৰ দিলিনে?"

"দিছোঁ। কিন্তু সি উভতি আহিবৰে হ'ল।" তাই উত্তৰ দিলে।

এনে সময়তে মাকৰ মাত শুনি মৰমীয়ে কলে, "দেউতা, মোক মাই মাতিছে। মই যাওঁ।"

"বাৰু যা।"

তাই যোৱাৰ পাছত হাজৰিকাই তাইৰ পিনে চাই এটা হুমুনিয়াহ পেলালে। দিনে দিনে ছোৱালীজনী অন্যমনস্কা হৈ পৰিব ধৰিছে। তাইৰ বয়স হৈছে। তাইতকৈ বহুত কম বয়সতে তাইৰ মাকৰ বিয়া হৈ গৈছিল। লৰাছোৱালী হালহে পলম কৈ উপজিল। মৰমীৰ কাৰণে তেওঁ একো কৰিব পৰা নাই। তাইৰ কাৰণে দৰা এটি বিচাৰি উলিয়াব পৰা নাই। দুবেলা দুমুঠি খাবলৈ দিয়াৰ-বাহিৰে তেওঁ

লবাছোৱালী হালব বাবে একোকেই কৰিব পৰা নাই। তেজপুৰত জুই চাইব দৰে মূল্যৰ বজাৰত বস্তু কিনি ভাল দৰে খুওৱাটোও তেওঁৰ কাৰণে এটা সপোনৰ নিচিনা। তেওঁ সিহঁতৰ কাৰণে একো কৰিব পৰা নাই। ভালদৰে খাবলৈ দিব পৰা নাই, ভালদৰে পিন্ধিবলৈ দিব পৰা নাই; সুখ দিব পৰা নাই; আনন্দ দিব পৰা নাই। স্কুল এটাৰ অৱসৰপ্ৰাপ্ত শিক্ষক হৈ তেওঁ কি দিব পাৰে বাৰু? কিন্তু তেওঁ সিহঁতক সু-শিক্ষা দিছে। অকল সিহঁতক কিয়, ত্ৰিছ বছৰ বিয়পা শিক্ষকতাৰ কালত তেওঁ হেজাৰ-বিজাৰ ল'ৰাক সু-শিক্ষা দিছে। আজি এই সু-শিক্ষা কামত লাগিছে। বক্তৃতা দি, হৈ চৈ কৰি কোনো সৎ কামেই কৰিব নোৱাৰি। তাৰ বাবে সু-শিক্ষাৰ দৰকাৰ। জাতি এটা গঢ়ি উঠাৰ বাবে, দেশ এখন ৰক্ষা কৰাৰ বাবে চৰিত্ৰবল, অনুশীলন আৰু সুশিক্ষাৰ দৰকাৰ। এই সত্যটো মানুহে এই দুৰ্দিনত হে বুজি পাইছে। তেওঁৰ শিক্ষক জীৱনৰ সাৰ্থকতাও ইমানতেই। হাজৰিকা আপোন ভাৱত মগ্ন হ'ল। কিন্তু তেওঁ বুজি নাপালে যে মানুহৰ এই চৰিত্ৰবলৰ অনুশীলন ক্ষন্তেকীয়া; দুৰ্দিন আঁতৰি গলেই আকৌ চৰিত্ৰই নামনি সোঁতত ববলৈ আৰম্ভ কৰিব। আকৌ চোৰাং বজাৰ আৰু ক'লা টকাৰ সোঁত বব; একেজন মানুহেই এহাতেৰে প্ৰতিৰক্ষা পুঁজিত দান দি আনহাতেৰে ৰইনাৰে ক'লা টকা চপাব। জাতীয় চৰিত্ৰৰ বাবে যি কঠোৰতা, নিয়মানুবৰ্ত্তিতা আৰু শৃংখলাৰ প্ৰয়োজন, সেই মহৎগুণবোৰৰ এই দেশত অত্যন্ত অভাৱ। স্থান কালৰ পৰিবেশৰ পৰা মানুহৰ মুক্তি সহজসাধ্য নহয়।

হুকাৰ জনে বাতৰি কাকতখন দি গ'ল। তেওঁ কাকতখন মেলি ল'লে। লাডাখৰ কেবাটাও চকি আমাৰ সৈন্যই এৰি আহিছে। চীনা সৈন্যই সেই পাহাৰতো টেংক লৈ যুদ্ধ কৰিছে। পৃথিৱীৰ বিভিন্ন দেশে ভাৰতৰ প্ৰতি সহানুভূতি জনাইছে, শুভেচ্ছা

জনাইছে। বহুতো দেশে ধন আৰু অস্ত্ৰ দি সহায় কৰিবলৈ আগবাঢ়িছে। ৰুচিয়াই উৰাজাহাজ দিছে। আমেৰিকাই অস্ত্ৰ শস্ত্ৰৰ প্ৰতিশ্ৰুতি দিছে। ভাৰতৰ নগৰে চহৰে গাৱেঁ-ভূঞে মানুহে ৰাষ্ট্ৰীয় প্ৰতিৰক্ষা পুঁজিলৈ দানৰ সোঁত বোৱাইছে।

মৰমীয়ে দুৰৰ পৰা মাতিলে, "দেউতা, আপোনাৰ কাৰণে মায়ে ভাত বাঢ়িছে।"

"গৈছো ৰ'।" উত্তৰ দি হাজৰিকাই আকৌ কাকতখন চোৱাত লাগিল। ধনী-নিৰ্ধনী, চাকৰিয়াল, বনুৱা, বেকাৰ সকলোৱে দেশৰ কাৰণে চান্দা দিছে; সকলোৱে দেশৰ কাৰণে তেজ দিবলৈ আগ বাঢ়িছে। এটা অভূতপূৰ্ব ঘটনা। এটা যুগান্তৰৰ সৃষ্টি। হাজৰিকাই মনৰ চকুৰে দেখিলে যে তেওঁ অজ্ঞান এন্ধাৰৰ মাজৰ পৰা পোহৰলৈ যাব ধৰিছে। তেওঁৰ মনত খেলালে যে চীনা সকলৰ এই আক্ৰমনৰ প্ৰয়োজন আছিল। জয়ন্তই এদিন কৈছিল, "চীনৰ আক্ৰমনৰ ফলত আমাৰ দেশৰ উপকাৰ হব।" তেওঁ এই কথাত পতিয়ন গ'ল। জয়ন্তৰ কথা মনলৈ অহাত তেওঁ পুনৰ্বাৰ জয়ন্তক বিচাৰি উলিওৱাৰ কথা ভাৱিলে।

বাতৰি কাকতখন জপাই থৈ তেওঁ ভাত খাবলৈ পাকঘৰত সোমাল।

॥ ওঠৰ ॥

পৃথিৱীখন আচলতে বৰ সৰু আৰু সংকীৰ্ণ। কোনোৱে কাৰোপৰা বেছিদিন আঁতৰি থাকিব নোৱাৰে। এদিন নহয় আন এদিন, এঠাইত নহয় আন এঠাইত মুখামুখি হব লগাত পৰে। জীৱনৰ সমস্যাবোৰো তেনেদৰে ঘূৰি ঘূৰি উভতি আহে। চেৰেকীৰ সূতা এৰি দি চিলাটো দূৰ আকাশলৈ মেলিব পাৰি; কিন্তু সি বেছি দূৰলৈ নাযায়। জীৱনৰ সমস্যাবোৰেও সেইদৰে পাক খাই খাই ঘূৰে। এদিন নহলে আন এদিন আহি আকৌ লগ ধৰে, ব্যস্ত কৰি তোলে, অসুখী কৰি তোলে; সপোন আৰু কল্পনাবোৰ ভাগি চূন চাত হয়।

ছোৱালী হৈ জন্মিছে বাবেই যে তাই ঘৰখনৰ এটা বিশেষ সমস্যা এই কথা মৰমীয়ে বুজি পাইছে। অভাৱগ্ৰস্ত ঘৰ এখনত এজনী গাভৰু ছোৱালী থকাটো আজিকালিৰ দিনত এটা দুৰ্বহ সমস্যা। চিন্তাৰ আঁত বিচাৰি তাই এটা সিদ্ধান্ত লৈছে: বি এ টো পাচ কৰাৰ পাছত তাই নিজেই চাকৰি বিচাৰি লব। ক'ৰবাত নহয় ক'ৰবাত তাই চাকৰি পাবই। আপোন সমস্যা লৈ তাই বিব্ৰত হোৱা নাই; আনৰ কাৰণেহে তাই এটা সমস্যা হৈ উঠিছে।

দেউতাকৰ টেবুলত থকা গ্লোবটো তাই হাতেৰে ঘূৰাই দিলে। গ্লোৱটোৱে এপাক ঘূৰিলে। অক্ষৰেখা আৰু দ্ৰাঘিমাবোৰ কঁপি উঠিল। পৃথিৱীখনেই কঁপি উঠিছে। ক'ৰবাত যুদ্ধ হৈছে, ক'ৰবাত অপপ্ৰচাৰ, ক'ৰবাত বিস্ফোৰণ। সকলোতে যুদ্ধৰ

আলোচনা। কলেজতো এই একেটা বিষয়েই প্ৰাধান্য পাইছে। ল'ৰাবোৰে জুম বান্ধি ভাবিছে; ছোৱালীবোৰেও বাইকোল্ চুই চাইছে।

জয়ন্তৰ কথা মনত পৰিলত মৰমীৰ কল্পনা কোঁচ খাই আহিল। গ্লোবটো তাই দূৰলৈ ঠেলি থলে। তাই আপোন কোঠালৈ উভতি আহি খিৰিকিৰে বাহিৰলৈ চালে। পুৱাৰ বেলি আগুৱাই ওপৰলৈ উঠি আহিছে। দূৰৰ পথাৰবোৰ উজ্জ্বল হৈ বঠিছে। চাৰিওপনে দিশহাৰা উজ্জ্বলতা। তাই জানে যে দূৰৰ পথাৰৰ পাছতো আৰু অনেক ঠাই আছে; সেই ঠাইবোৰ তাই চিনি নাপায়। কিন্তু জয়ন্তৰ মনটো তাই চিনি পাইছে, তাইৰ এনে অনুভৱ হৈছে। তাই এই কথাও জানে যে ঢুকি নোপোৱা কিবা একো তাই বিচৰা নাই; জয়ন্ত যিমানেই দূৰৱৰ্তী নহওক কিয়, তেওঁ নিচিনা মানুহ হে। জয়ন্তই এদিন তাইক মৰম কৰিছিল, শ্ৰদ্ধাও কৰিছিল। তাইৰ ধাৰণা, তেওঁৰ সেই মৰম আৰু শ্ৰদ্ধা অটুট আছে। জয়ন্তৰ অতীতটো লৈ তাই ব্যস্ত নহয়, বন্দনাৰ স্মৃতিকো তাই সন্মান জনাব পাৰে; এনেস্থলত জয়ন্ত আৰু তাইৰ মাজত কিহৰ বাধা তাই নুবুজে।

জয়ন্ত কিয় অহা নাই, এই সম্পৰ্কে তাইৰ মাকে আজিও এবাৰ খবৰ লৈছিল। তাই একো উত্তৰ দিব নোৱাৰিলে। জয়ন্তৰ কঠিন কথা শুনাৰ পাছতো মৰমীয়ে তেওঁৰ প্ৰতি আশা পুহিলেও লাহে লাহে তাই নিৰাশ হবলৈ ধৰিছে। প্ৰতিদিনে তাই জয়ন্তলৈ অপেক্ষা কৰে; প্ৰতিদিনে তাই নিজৰ দুৰ্বলতাৰ কথা সুঁৱৰি চকুপানী টুকি নিজৰ ওপৰতে বিতুষ্ট হয়।

তাইৰ মাকে পাক-ঘৰত বহি ৰন্ধা-বঢ়া কৰিছে। তৰকাৰী কাটি তেওঁ গুণগুণাই পুথিৰ পদ গাইছে। মৰমীয়ে কান পাতি শুনিবলৈ ধৰিলে:

কল্মিনী ৰমণী           কুঞ্জৰ গমনী
লীলা গতি চলি যান্ত।
অতি হৰ্ষ মনে           গৈয়া তেতিক্ষনে,
ৰাজসভা দেখিলন্ত ॥

মৰমীৰ মনত বিষাদৰ ভাৱটো কমি আহিল। তাই ড্ৰইং ৰুমলৈ আহি আলিবাটলৈ চাই ৰ'ল। আলিবাটেৰে দুখন মিলিটাৰীৰ জীপ-গাড়ী গ'ল। তাৰ অলপ পাছতে গাধীৰৰ টিন কাঢ়িওৱা গাধীৰৰ ৰেপাৰীৰ গাড়ীখন গ'ল। কেটামান ল'ৰাই কোঢ়াল কৰি বাটেৰে গৈ আছে। এইপিনে গাড়ীৰ যাতায়াতৰ সংখ্যা তাকৰ। গাধীৰৰ গাড়ীখন আহিলেই গম পাৰ পাৰি চাৰে আঠমান বাজিল। তাই আপোন কোঠালৈ গৈ কাপোৰ এযোৰ লৈ গা-ধোৱা ঘৰত সোমাল।

আবেলি ক্লাচ শেষ হোৱাৰ পাছত একে ক্লাচৰ শেৱালিয়ে মৰমীক একাষৰীয়া কৈ মাতি নি ক'লে, "তোৰ মাষ্টৰৰ কথা গম্ পাইছই বোধহয়।"

"মানে?"

'তোৰ টিউটৰৰ কথা কৈছোঁ। জয়ন্ত চৌধুৰীৰ কথা। মই আজিহে জানিব পাৰিলোঁ।"

মৰমীৰ বুকুখন চিৰিং কৰি গ'ল। তাই ক'লে, "নকৰ কিয়? কি হৈছে?"

ক'লে, "নকৰ কিয়? কি হৈছে?"

"তই নাজান?" এইবাৰ শেৱালি আচৰিত হ'ল।

"সচাকৈয়ে নাজানো।"

"তেওঁৰ ভৰিত জখম্ হৈছে। মটৰ একচিডেণ্ট্।"

"এতিয়া হাস্পতালত।"

"উস্।"

শেৱালিৱে তাইৰ নিজৰ মুখত হাত দি কলে, "তেনেদৰে নিচিঞৰিবি। মানুহে মিছাতে কিবাকিবি ভাবিব। ল'ৰাবোৰ মুখত পৰিলে তো ৰক্ষাই নাই।"

"ওঁ বুজিছোঁ"। মৰমীয়ে হুমুনিয়াহ পেলালে।

ছিঃ কি যে স্বাৰ্থপৰ তাই। মানুহজন হাস্পতালত পৰি আছে, হয়তো তেওঁৰ খবৰ লবলৈকো কোনো নাই; ইফালে তাই অভিমান কৰি বহি আছে! তাইৰ চকু দুটি চল্‌চলীয়া হৈ উঠিল।

"শেৱালি, তই কিদৰে জানিলি?"

"তেওঁৰ ঘৰ যে আমাৰ পৰা দূৰত নহয়, তই জানই। তেওঁৰ ঘৰৰ একাংশ ভাৰা কৰি থকা মাদ্ৰাজী পৰিয়ালটোৰ পৰা আজি পুৱা শুনিলোঁ।"

"তই মোৰ লগত হাস্পতাললৈ যাবি?"

"কিয়? খবৰ লবলৈ?" শেৱালিৱে মৰমীৰ চকুলৈ চালে। ছোৱালীৰ সহজাত বুদ্ধিয়ে তাইক কৰ্ত্তব্যবুদ্ধি সম্পন্না হবলৈ সোঁৱৰাই দিলে। তাই ক'লে, "মৰমী, তই বলিয়া হৈ গলি নেকি? এনেদৰে হাস্পতাললৈ গলে মানুহে কি বুলিব?"

"কি বুলিব নো? একো নোবোলে"।

"জয়ন্ত চৌধুৰীৰ লগত তোৰ পৰিচয়েই বা কিমান? তোৰ ঘৰুৱা শিক্ষক। ইমানেই। অৱশ্যে তই যদি নিজকে ভালদৰে বুজিব পাৰিছ তেন্তে কথা সুকীয়া"।

মৰমী নীৰৱ হৈ ৰ'ল। তাইৰ কবলৈ কোনো কথা নাছিল। মনটোৱে বাৰে বাৰে কেৱল হাহাকাৰ কৰি উঠিছিল। তাইৰ চলচলীয়া চকুৰ পিনে চাই শেৱালিৰ মনো ভাৱাক্ৰান্ত হৈ পৰিল।

"তই সচাকৈয়ে হাস্পতাললৈ যাব খুজিছ?" শেৱালিৱে সুধিলে।

"ওঁ।"

"অকলে যাবলৈ তোৰ বেয়া নালাগিব নে? মইতো যাব নোৱাৰিম।"

"কিয়? যাব নোৱাৰিবি কিয়?"

শেৱালিয়ে এটা অজুহাত বিচাৰি উলিয়ালে। তাই ক'লে, "আজি এঠাইত আমাৰ নিমন্ত্রন আছে। মা-হঁত যাব। মোক কলেজ ছুটী হলেই ঘৰলৈ উভতিবলৈ মাই কৈছিল। মোৰ পলম হে হ'ল।

"বাৰু তই যাব নালাগে।" মৰমীয়ে এটা হুমুনিয়াহ পেলাই ক'লে।

"বেয়া পালি নেকি?"

মৰমীয়ে একো উত্তৰ নিদিলে। শেৱালিয়ে বুজিলে যে মৰমীয়ে বেঁৰিছে। দুখ পাব মৰমীয়ে। তাই মৰমীৰ ভালৰ কাৰণেহে কৈ'ছল। অৱশ্যে এইবোৰ শেৱালিৰ সমস্যা নহয়; তাইৰ চিন্তাৰ বিষয়ো নহয়, সকলোৱে নিজৰ অদৃষ্টক নিজে গঢ় দিয়ে; কোনেও কাৰো অদৃষ্টৰ পৰিবৰ্তন আনিব নোৱাৰে। আপোন চিন্তাবোৰ মনতে ঢাকি ৰাখি তাই ক'লে, "কালি কলেজ ছুটীৰ পাছত ওলাবি। ময়ো তোৰ লগত যাম।" মৰমীয়ে সন্মতি জনাই মূৰ দুপিয়ালে।

দুয়ো নীৰৱে ঘৰলৈ খোজ ললে। অলপ দূৰ গৈ দুয়ো দুপিনে যাব লগা হ'ল—আপোন আপোন ঘৰলৈ বুলি।

বিষাদ মনেৰে মৰমীয়ে গৈ ঘৰ পালে। মাকে দেখিয়েই সুধিলে, "মুখখন ইমান শেঁতা পৰিছে কিয়? কি হ'ল তোৰ?"

"একো হোৱা নাই।" কিতাপবহীবোৰ টেবুলত থৈ মৰমীয়ে উত্তৰ দিলে।

"কিবা এটা হৈছে। মোক কিবা কলেই যেন দেশত নোহোৱা কাম হব। মাক হৈ মই এটা কথাও সুধিব নোৱাৰোঁ নে?"

"কি সুধিব খুজিছ সোধ।"

"জয়ন্তক লগ পাইছিলি নেকি?"

"পোৱা নাই।" মৰমীয়ে এইবাৰ কবলৈ কথা বিচাৰি পালে, "জয়ন্তদা হাস্পতালত আছে, মা। তেওঁৰ ভৰি ভাগিছে।"

মাকে উচপ্ খোৱাৰ নিচিনা হৈ স্থিৰ হৈ ব'ল। তেওঁ ভাবি গ'ল: এই কাৰণত হে জয়ন্ত আহিব পৰা নাই। হয়তো সি খবৰ এটাও দিব পৰা নাই। বেচেৰা! তাক চাবলৈকো কোনো নাই। তেওঁ জয়ন্তৰ প্ৰতি মাতৃৰ বেদনা অনুভৱ কৰিলে। তেওঁ কলে, "আজি তোৰ দেউতাৰ ঘৰত নাই। ধানৰ খবৰ লবলৈ গাঁৱলৈ গৈছে! পৰহি হে আহিব। নীতুও ঘৰত নাই। খবৰ লবলৈকো মানুহ নাই। জয়ন্তই কিজানি মিছাতে আমাক ভুল বুজি আছে।"

মৰমীয়ে মাকৰ পিনে মুৰ তুলি চালে। মাকে আকৌ জয়ন্তৰ হকে ওকালতি কৰিছে।

ছোৱালীক অন্যমনস্ক যেন দেখি মাকে ক'লে, "আহ্, হাত-মুখ ধো, জলপান খাবি।"

## ॥ উনৈছ ॥

জয়ন্ত চৌধুৰীয়ে হাস্পতালৰ পৰা ঘৰলৈ উভতি আহিছে। তেওঁৰ ভৰিৰ প্লাষ্টাৰ এতিয়াও খোলা হোৱা নাই।

ঘৰলৈ আহি হাস্পতালৰ পৰিবেশৰ পৰা তেওঁৰ মুক্তিৰ আনন্দটো যুদ্ধৰ উত্তপ্ত খবৰৰ হেঁচাত অননভূত হৈ ব'ল। বিশেষ কাম নাথাকিলেও তেওঁ বিভিন্ন অৰ্থত এটা ব্যস্ত জীৱন যাপন কৰিছিল। সেই জীৱন বেকাৰৰ ব্যস্ত জীৱন। এতিয়া ভৰিত প্লাষ্টাৰ বন্ধা অৱস্থাত বহি শুই তেওঁৰ আমনি লাগিছে।

জয়ন্তৰ ভৰি ভগাৰ খবৰ পাই বন্দনাৰ ককায়েক অপূৰ্বই এদিন আহি খোজখবৰ ল'লে। সম্পূৰ্ণ সুস্থ হৈ উঠিলেই গুৱাহাটীলৈ উভতি যাবলৈ অপূৰ্বই জয়ন্তক অনুৰোধ কৰি ক'লে, "বন্দনাৰ কাৰণে আপুনি অনেক ত্যাগ কৰিছে। তাইৰ দুৰ্ভাগ্য যে তাই জীৱনৰ সুখ ভোগ ক'ৰিব নাপালে। কিন্তু নিজকে শাস্তি দি আপুনি কাৰ পাপৰ পৰাচিত কৰিব? সকলো বিধিৰ বিধান।"

জয়ন্তই একো উত্তৰ নিদিলে। বন্দনা তেওঁৰ কাৰণে কেতিয়াও অতীত হব নোৱাৰে। মৰমীয়েও এই কথা জানে। তেওঁ অপূৰ্বক এই সহজ কথাটো বুজাব নোৱাৰিব।

জয়ন্ত নিৰুত্তৰ দেখি অপূৰ্বই আন কথা উলিয়ালে, "কেবাখনো বাতৰি কাকতে আপোনাৰ কথা সুধি আছে। ক'ৰবাত যোগ দিব নেকি?"

"ভাবি চাম।" জয়ন্তই ক'লে।

অপূৰ্বই অলপ বৈ ক'লে, "মা-দেউতাই আপোনাৰ কথা কৈ

থাকে। গুৱাহাটীলৈ এবাৰ আহিলে তেওঁলোকে বৰ সুখ পাব"।

অপূৰ্ব যোৱাৰ পাছদিনা ৰাতিপুৱা জয়চন্দ্ৰনে আহি কলে, "আজি ৰাধাৰ জন্মদিন। তেওঁ ৰাতিপুৱাতেই মহাৰাষ্ট্ৰীয় ব্ৰেক্‌ফাষ্ট ৰেডি কৰিছে। এই ব্ৰেক্‌ফাষ্টত আপুনি যোগ দিব লাগিব।"

জয়ন্তই ক'লে, আপুনি মিছাতে কেলেই কষ্ট কৰিছে? মই যাব নোৱাৰিম।"

জয়চন্দ্ৰনে বাধা দি কলে, "আমি জানো। ক্ৰাচ্‌লৈ কিমান নো চলিব? মই কৈছোঁ, দৰ্প বাহাদুৰে আমাৰ ঘৰৰ পৰা সকলো ব্ৰেকফাষ্ট ইয়ালৈ লৈ আহক; মিলিজুলি খাই ভাল লাগিব। আপোনাৰ আপত্তি নাই বুলি আমি ধৰি লৈছোঁ।"

"আনদিনত হ'লে আপত্তি কৰিলোহেঁতেন। আজি আপোনাৰ শ্ৰীমতীৰ জন্মদিন। আজি যে কোনো ওজৰ আপত্তি নাখাটিব, মই জানো। মোক অলপ সময় দিয়ক। মই চকু-মুখ ধুই লওঁ।" "মই ৰাধাক কওঁগৈ।" জয়চন্দ্ৰনে কলে।

জয়চন্দ্ৰন যোৱাৰ পাছত জয়ন্তই দৰ্পবাহাদুৰক মাতি খোৱা কোঠালিটো ভালদৰে সজাই থবলৈ কলে আৰু জয়চন্দ্ৰনৰ ঘৰলৈ যাবলৈ তাক নিৰ্দেশ দিলে। চকু-মুখ ধুই কাপোৰ সলাই হাতত কিতাপ এখন লৈ তেওঁ অলপ সময় কটালে। ইতিমধ্যে দৰ্পবাহাদুৰে জয়চন্দ্ৰনৰ ঘৰৰ পৰা খোৱা বস্তু আনি খোৱাকোঠালিত সজাই থলে।

অলপ পৰৰ পাছত জয়চন্দ্ৰন আৰু ৰাধা আহিল। তেওঁলোক খোৱা কোঠালিত বহিল।

জয়ন্তই ক'লে, "এইবোৰৰ নামকে নাজানো। কিন্তু দেখিয়েই ক্ষুধাৰ উদ্ৰেক হৈছে।"

জয়চন্দ্ৰনে ক'লে, "ৰাধাই উৎকট স্বাদেশিকতাত বিশ্বাস কৰে।

ৰাধাই স্বামীৰ কথাৰ প্ৰত্যুত্তৰ দি কলে, "নিজৰ ঠাইক ভাল পোৱাটো এটা প্ৰশংসনীয় গুণ।" তাৰ পাছত জয়ন্তৰ পিনে চাই তেওঁ ক'লে, "এখেতে মোক জোকাই ভাল পায়। এখেতৰ কথালৈ কাণ নিদিব। এতিয়া খাবলৈ আৰম্ভ কৰক।"

তেওঁলোকে খাবলৈ আৰম্ভ কৰিলে। ৰাধাই বস্তুবোৰ আগবঢ়াই দিলে। দৰ্পবাহাদুৰে ৰাধাৰ ইংগিত অনুসৰি চাহ আনি দিলে। চাহ খাই কথা পাতি থাকোঁতে আগদিনাৰ বাতৰিৰ কথা ওলাল।

জয়চন্দ্ৰনে কলে, "এনেবোৰ বাতৰি শুনিলে পুৰণি যুগবোৰলৈ উভতি যাবলৈ মন যায়।"

"আপুনি এটা সহজ জীৱন বিচাৰিছে। কিন্তু বৰ্তমানৰ গতিৰ যুগত আপুনি হামখুৰি খাই পৰিব।" জয়ন্তই ক'লে।

"মই ঠিক মৃত্যুৰ ভয়ত এনে কথা কোৱা নাই।"

"মই জানো।"

ৰাধাই জয়ন্ত আৰু জয়চন্দ্ৰনলৈ আৰু অলপ কাড়বোলি আৰু শ্ৰীখান্দ্ আগবঢ়াই দি ক'লে, "আপোনালোকে কথা কৈ খাবলৈ পাহৰিছে। লওকচোন।"

জয়ন্তই আপত্তি কৰিলে, "অনেক খালোঁ। পৰিমান বেচি হৈ গৈছে।"

"সামান্য বস্তু। খাওক।" ৰাধাই জোৰ কৰিলে।

খালি হৈ থকা কাপত অলপ চাহ বাকি দি ৰাধাই আকৌ কলে, "আপোনালোকে অতীত বৰ্তমান, জীৱনৰ গতি আদিৰ কথা ভাবিছে। ইমান গভীৰ তত্ত্ববোৰ মই ভাবিব নোৱাৰোঁ।"

"জন্মদিনটো গভীৰ তত্ত্বৰো দিন নহয়। আনন্দৰ হে।" জয়ন্তই ক'লে।

ৰাধাই ক'লে, "জন্মদিনটো আপোনালোক পুৰুষ মানুহে বেচি

গুৰুত্বপূৰ্ণ বুলি নধৰে। আমি যোৱানী মানুহবোৰে এই দিনটো বৰ মূল্যবান বুলি ভাবোঁ।"

দৰ্পবাহাদুৰ আহি কাপ প্লেট আৰু বাচনবোৰ লৈ যোৱাৰ পাছত জয়চন্দ্ৰনে যুদ্ধ সম্পৰ্কে সম্প্ৰতি পোৱা বাতৰি বোৰ পৰ্য্যালোচনা কৰিলে। জয়ন্তই খিৰিকিৰে দূৰলৈ চাই ক'লে, "সীমান্ত যিমান দূৰত বুলি আমি ভাবোঁ, আচলতে তিমান দূৰত নহয়।"

"যুদ্ধখন আৰু কিমান দিন চলিব?" হঠাৎ ৰাধাই সুধিলে।

এই প্ৰশ্নৰ উত্তৰ তেওঁলোকৰ কোনেও নাজানে। তথাপি জয়চন্দ্ৰনে উত্তৰ দিলে, "সকলো কৰ্মৰে সমাপ্তি আছে। যুদ্ধখনো সমাপ্ত হ'ব।"

"কেতিয়া?"

"এনে প্ৰশ্নৰ উত্তৰ বোধহয় দুই দেশৰ উচ্চতম নেতা সকলেও নাজানে।"

জয়ন্তই এই আলোচনাৰ মাজত নোসোমাল। তেওঁ কলে, "বৰ বন্দী জীৱন যেন লাগিছে। এনেদৰে পৰি থকাটো বৰ টান। অৱশ্যে নিষ্কৰ্মা হৈ মই সদায় এই বন্দী জীৱন যাপন কৰিয়েই আহিছোঁ।"

তেওঁলোকে এনেদৰে কথাপাতি থাকোতে দৰ্পবাহাদুৰে জয়চন্দ্ৰনৰ হাতত এখন চিঠি আনি দিলে। সি ক'লে যে বেংকৰ এজন পিয়নে দি গ'ল। চিঠিখন খুলি পঢ়ি জয়চন্দ্ৰনে ক'লে, "বেংকৰ এজন বিষয়াই আজিৰ দিনটো ছুটী বিচাৰিছে। সীমান্তৰ পৰা আমাৰ অনেক সৈন্য ঘাইল হৈ উভতিছে; তেওঁলোক আহি হাস্পতালত আছে। আমাৰ এজন বিষয়াৰ এজন ঘনিষ্ঠ আত্মীয় মাৰাত্মক ভাবে ঘাইল হৈছে।"

জয়ন্তই কবলৈ একো বিচাৰি নাপালে।

॥ বিছ ॥

কেইটামান দিনৰ পাছত কৰ্ণেল্ ৰামমূৰ্তিয়ে আহি জয়ন্ত চৌধুৰীৰ খবৰ ললে। তেওঁৰ লগত জয়চন্দ্ৰন। ইতিমধ্যে জয়ন্তৰ ভৰিৰ প্লাষ্টাৰ খোলা হৈছে। তেওঁ ঘৰৰ ভিতৰতে দুই এখোজ পেলাব পাৰে। আন খা-খবৰ লোৱাৰ পাছত ৰামমূৰ্তিয়ে কলে, "যুদ্ধ এতিয়া দিৰাং জং নামে ঠাইত। টৱাং এৰি অহাৰ পাছত এয়া নতুন ঘাটি। এই সময়ত আমি সকলো ৰকমে প্ৰস্তুত হৈ থাকিব লাগিব।"

জয়ন্তই সুধিলে, "সকলো ৰকমে মানে?"

"মই ভবিষ্যতত প্ৰয়োজন হব পৰা অসামৰিক প্ৰতিৰোধৰ কথা ভাবিছোঁ।"

জয়চন্দ্ৰনে আক্ষেপৰ সুৰত ক'লে, "এই দেশত কোনো প্ৰতিৰোধৰ সম্ভাৱনা নাই। ক'লা টকাৰ চাকনৈয়াত আমি পোত যাব ধৰিছোঁ। এই পংকিলতাৰ পৰা মুক্তিৰ কোনো সম্ভাৱনা মই দেখা নাই।"

ৰামমূৰ্তিয়ে ক'লে, "ক'লা টকা এনে ভয়াৱহ বস্তু নে? ইয়াক কণ্ট্ৰোল কৰাটো নিশ্চয় সম্ভৱ হব।"

এই মন্তব্যত সন্তুষ্ট নহৈ জয়চন্দ্ৰনে কলে, "কোনে কণ্ট্ৰোল কৰিব? মানুহে আপোন ক'লা টকা কিদৰে ব্যৱহাৰ কৰে আপুনি জানেনে? তেওঁলোকে আপোন টকাকেই আনৰ পৰা ঋণ লোৱা বুলি হিচাপত দেখুৱায়। ক'লা টকাৰ বজাৰ কেনেকুৱা আপুনি জানেনে? ধৰি লওক, এজন মানুহে ঘৰ এটা এক লাখ

টকাত বিক্ৰী কৰিলে। তেওঁ ক্ৰেতাৰ পৰা নগদ এক লাখ টকা ল'লে। কিন্তু তেওঁ ডকুমেন্টত দেখুৱালে সত্তৰ হেজাৰ টকাত বিক্ৰী কৰা বুলি। এনে কৰিলত ত্ৰিছ হেজাৰ টকা ক'লা টকা হৈ গ'ল; আনহাতে কিনোতা জনবো হয়তো পঞ্চাছ হেজাৰ ক'লা টকাহে—মুঠতে এই একলাখ টকাৰ লেন-দেনত আশীহেজাৰ টকা বেংকৰ জ্ঞানৰ অতীত হৈ ৰ'ল। ৰিজাৰ্ভ বেংকে শতকৰা দহভাগ টকাহে কণ্ট্ৰোল কৰে।"

"মানুহে ক'লা টকা কিদৰে ৰাখে ?" ৰামমূৰ্তিয়ে কৌতূহলী হৈ সুধিলে।

"ক'লা টকা সাধাৰণতে এশ টকাৰ নোট আৰু গোল্ড বাৰ-ত ৰাখে।"

"গোল্ড বাৰ কি ? মই জীৱনত দেখাই নাই।"

"গোল্ড বাৰ চবোনৰ দীঘল টুকুৰাৰ দৰে সোনৰ দীঘল টুকুৰা। আজিকালি অৱশ্যে বহুতে দহ টকা পাঁচ টকাৰ নোট ৰাখিবলৈ বিচাৰে; কিন্তু কোটি কোটি টকা ৰাখিবলৈ হলে উচ্চমূল্যৰ নোট বখাৰ বাহিৰে উপায় নাই। এই ক'লা টকা বাহিৰ কৰিব পাৰিলেই দেশত মুদ্ৰাস্ফীতি কমিব, বস্তুৰ দাম কমি আহিব; এই ক'লা টকাই আমাৰ দেশৰ আৰ্থিক অৱস্থাটো কঠোৰ হাতেৰে পৰিচালনা কৰিছে।"

জয়ন্তই তেওঁ লোকৰ কথাৰ মাজতে ক'লে, "মিঃ জয়চন্দ্ৰন, আপুনি এই দুৰ্দিন আৰু পংকিল অৱস্থাৰ সমাধান নহব বুলি ভাবে নে ? মোৰ বিশ্বাস, প্ৰতিজন মানুহ সমাজবাদত বিশ্বাসী হলে এই দুৰৱস্থাৰ নিৰাকৰণ সম্ভৱ। অৱশ্যে তাৰ বাবে প্ৰৱল মানসিক শক্তিসম্পন্ন ব্যক্তিত্বৰ প্ৰয়োজন হ'ব।"

"আপোনাৰ কথাৰ গুৰুত্ব আছে। মানুহৰ ব্যক্তিত্বৰ পৰিস্পুৰণ

নহলে একো মহৎ কামেই সমাধা হব নোৱাৰে। যেতিয়া মই ভৱিষ্যৎটো এনেকুৱা দেখোঁ, মোৰ মনটো তেনে ব্যক্তিত্বৰ সন্ধানত অতীতলৈ ঘূৰি যায়।" জয়চন্দ্ৰনে ক'লে। তেওঁলোকে নীৰৱে শুনি থকা দেখি জয়চন্দ্ৰনে আকৌ কবলৈ ধৰিলে, "আমাৰ দেশত গাওঁবোৰৰ আৰ্থিক অৱস্থা সম্পূৰ্ণ বিপৰ্যস্ত। আমি বাইজক দুৰ্নীতি পৰায়ন কৰি তুলিব ধৰিছোঁ, বাইজে আমাকো দুৰ্নীতি পৰায়ন কৰি তুলিছে। মুঠতে অৱস্থাটো ভয়াৱহ। ভৱিষ্যতে আৰু কি হয় কোনে জানে? আজি আমাৰ দেশত শিল্পৰ নামত টকাৰ ধোঁৱা উৰিছে। আচলতে হৈছে কি? এজন ভদ্ৰলোকে হয়তো ঋণত টকা লব, সেই টকাৰে ছমাহ পাছত সাজ-সজুলি কিনিব, এবছৰৰ পাছত তেওঁৰ শিল্পই উৎপাদন কৰিব আৰম্ভ কৰিব; দুবছৰৰ পাছত সেই উৎপাদন বিক্ৰীৰ চেষ্টা চলিব। তিনিবছৰ পাছত হয়তো বিক্ৰী হব। তিনিবছৰ পাছতহে আগৰ কৰ্মৰত ধনখিনি আকৌ কামত লগাব পৰা যাব। অথচ জাপান আদি উন্নত দেশৰ পিনে চাওক, তাত দেখিব, একেখিনি টকাকে উৰাই-ঘূৰাই ব্যৱহাৰ কৰিবলৈ তেওঁলোক সক্ষম হৈছে; কাৰণ উৎপাদন, বিক্ৰী আদিৰ সময়-বন্ধা নীতি তেওঁলোকে মানি চলিছে। আমাৰ ইয়াত লাখ টকা খটুৱাই যি কাম হোৱা নাই, তেওঁলোকে কুৰিহেজাৰ টকা খটুৱাই সেই কাম সমাধা কৰিছে।"

জয়ন্তই ক'লে, "আপুনি সৰু সৰু শিল্পৰ কথা কৈছে। এই অৱস্থাৰ পৰা উন্নীত হোৱাটোও সম্ভৱ। চাওক, কেৱল সিদিনাহে আমাৰ দেশত শিল্প বিপ্লৱ আৰম্ভ হৈছে। আগেয়ে বেপাৰী নাও লৈ বেপাৰ কৰা লোকসকল এতিয়া উদ্যোগপতি হৈছে। এই সম্পৰ্কত সামূহিক ভাবে মানুহৰ শিক্ষাৰ প্ৰয়োজন।"

ৰামমূৰ্তিয়ে ক'লে, "মই অতীত সন্ধানী নহয়। জয়চন্দ্ৰনৰ লগত মোৰ এই খিনিতেই প্ৰভেদ। মই সদায় ভৱিষ্যতলৈ চাওঁ। বৰ্তমানেই মোৰ সুদীৰ্ঘ কৰিডৰ্।"

জয়চন্দ্ৰনে মন্তব্য কৰিলে, "অনেক সময়ত আমি বৰ্তমানৰ প্ৰতি চকু মুদি থাকোঁ।"

"যিদৰে আপুনি চকু মুদি আছে।" ৰামমূৰ্তিৰ এই কথাত অকনো বিৰক্ত নহৈ জয়চন্দ্ৰনে ক'লে, "এক হিচাপত এই মন্তব্য সত্য নিৰ্ভৰ। আচল প্ৰশ্ন : সততাৰ প্ৰতি আমি নো কিমান আগ্ৰহশীল ?"

জয়ন্তই ক'লে, "সেই হিচাপত চালে মোৰ দৰে বেকাৰ এজনে এনেবোৰ আলোচনাত যোগ দিব নোৱাৰিমেই। এই সততাৰ প্ৰশ্নই মোকো কেতিয়াবা আমনি কৰে। কিন্তু মই দেশৰ কি কামত আহিব পাৰোঁ, তাৰে চিন্তাত আছোঁ।"

ৰামমূৰ্তিয়ে অলপ পৰ নীৰৱে থাকি চিন্তা কৰি ক'লে, "মিঃ চৌধুৰী, আপুনি মহৎ কামৰ কাৰণে উপজিছে। মই বাজী ৰাখি ক'ব পাৰোঁ যে সময়ে এই কথা প্ৰমাণ কৰিব।"

## ॥ এঠেকেছ ॥

বহি থাকি জয়ন্ত চৌধুৰীৰ আমনি লাগিছে। এতিয়া তেওঁৰ সময় নেযায় সুপুৰায় যেন লাগে। দুপৰীয়া মৰমীৰ ভায়েক নীতু আহিছিল; মৰমীৰ পিনৰ পৰা সি আহিছিল খবৰ লবলৈ। মৰমীয়ে বোলে হাস্পতাললৈ গৈ তেওঁক লগ পোৱা নাই; তাৰ আগেয়ে তেওঁ ঘৰলৈ উভতিছে। তাই জয়ন্তৰ মনৰ অৱস্থা জানিও অসম্ভৱৰ পাছত ঘূৰিছে কিন্তু দুয়োৰে পথ বিভিন্ন। দুপিনলৈ যোৱা দুটা সমান্তৰাল ৰেখাৰ দৰে। সময়ে দুয়োকে কোঁচাই নিনি দূৰলৈহে ঠেলিছে।

টৱাং চহৰৰ পতন হৈছে কেতিয়াবাই। ইতিমধ্যে অধ্যাপক চেটাৰ্জি আহিছিল। এতিয়া দিৰাং জং নামে ঠাইত যুদ্ধ চলিছে। কৰ্ণেল ৰামমূৰ্ত্তি সীমান্তলৈ গৈছে। তেওঁৰ পত্নীৰ লগত জয়চন্দ্ৰনৰ পত্নী ৰাধাই ঘৰলৈ উভতিছে; মাকৰ ঘৰলৈ। জয়চন্দ্ৰনৰ পত্নীয়ে এদিন বিদায় লবলৈ আহিছিল। এতিয়া অকলশৰীয়া জয়চন্দ্ৰনে গধূলি সদায় এবাৰ আহি দেখা দিয়ে।

চাৰিওপিনে সন্ত্ৰস্ত অৱস্থা।

দুৱাৰত খট্‌খট্‌ শব্দ হ'ল।

জয়ন্তই মাতিলে, "ভিতৰলৈ আহক।"

জীৱন দুৱৰা ঘৰৰ ভিতৰলৈ সোমাই আহিল। ঘপক্ কৰে চকী এখনত বহি লৈ তেওঁ হাত দুখন ওপৰলৈ তুলি প্ৰাৰ্থনাৰ ভংগীত কলে, "ক্ষমা কৰিব, চৌধুৰী। আপোনাৰ ভৰিত জখম হোৱাৰ কথা ডাক্তৰ নাৰ্জাৰীৰ মুখত কালিহে শুনিলোঁ। হাস্পতাললৈ

গৈ খবৰ লোৱা সম্ভৱ নহ'ল।"

তাৰ বাবে "ক্ষমা প্ৰাৰ্থনা কৰিবলৈ একো নাই।" জয়ন্তই বিব্ৰত হৈ ক'লে।

"তথাপি খবৰ লব পৰা হলে ভাল আছিল। আমিনো কি কৰিব পাৰোঁ? বাকীবোৰ ডাক্তৰৰহে কাম। এতিয়া কেনে পাইছে?"

"এতিয়া ভালেই। লাহে লাহে খোজ পেলাব পৰা হৈছোঁ।"

"নিশ্চয় সোনকালে ভাল হৈ উঠিব। ভৰিৰ আগৰ জোৰ ঘূৰাই পাবলৈ সৰহ দিন নালাগিব।"

"চাওঁ চোন কি হয়?"

"পিছে সময় কাটিছে কি দৰে?" ছুৰবাই সুধিলে।

কিবাকিবি পঢ়ি সময় কটাওঁ।

"তাচ, পাশা খেলে নেকি?"

"এসময়ত তাচ খেলিছিলোঁ। আজিকালি নেখেলোঁ। অলপতে সিদিনা নিবাৰণ ডেকা আহিছিল। তেওঁ দবা খেলিবলৈ লগ বিছাৰিছিল। মইতো দবা খেলিব নাজানোৱেই। মোৰ আগ্ৰহ নেদেখি তেওঁ খুব মৰ্মাহত হ'ল।" জয়ন্তই হাঁহি কলে।

জীৱন ছুৰবাই উৎসাহিত হৈ কলে, "এই মানুহবোৰৰ কথা নকব, বুজিছেনে? এনেবোৰ মানুহেই দেশখন খালে। যি সময়ত দেশখন তললৈ যাব ধৰিছে, তেনে সময়ত দবা খেলৰ বাবে এওঁলোক উত্ৰাৱল। দবা খেলি কি লাভ হব? বুদ্ধি বাঢ়িব? ফুঃ। সময় আৰু বুদ্ধিৰ হানি হে হব। জীৱন-যুদ্ধত পৰাজিত হৈ কাল্পনিক যুদ্ধত জিকিবৰ বাবে ঢালত দবাৰ গুটি বহুৱাই ৰজা মন্ত্ৰী সাজিব পাৰি। তাৰপৰা একো লাভ নহয়। কাল্পনিক স্বৰ্গৰাজৰ সপোন দেখাটোও মূৰ্খামিহে। এতিয়া লাগে মনৰ উজ্জীৱন, হৃদয়ৰ বলিদান। তাৰ বাবে লাগে প্ৰকৃত আৰ্টৰ সৃষ্টি, সুকুমাৰ প্ৰবৃত্তিৰ উৎকৰ্ষ সাধন, যুগজয়ী

নাট্যানুষ্ঠান। বক্তৃতা দি, শ্লোগান দি, শোভাযাত্ৰা কৰি যিটো সম্ভৱ নহয়। আৰ্টৰ মাজেদি তাৰ প্ৰতিষ্ঠা হ'ব পাৰে।"

জয়ন্তই কি কব ভাবি নাপালে। আৰ্টৰ মাজেদি কি দৰে নো দেশৰক্ষাৰ সমল পোৱা যায়, সেইটো তেওঁৰ ধাৰণাৰ অতীত। এই বিজ্ঞানৰ যুগত নাটক, উপন্যাস, গল্প কবিতাৰ প্ৰকৃত মূল্য আৰু উপযোগিতা সম্পৰ্কেও তেওঁৰ মনত সন্দেহ আছে। "এইবোৰ সঁচাকৈয়ে ভাবিব লগা কথা।" তেওঁ থোৰতে কৈ থলে।

ছুৰবাই পোহৰ বিচাৰি পালে। তেওঁ চকীখন জয়ন্ত চৌধুৰীৰ আৰু কাষলৈ চপাই আনি ক'লে, মই ঠিকেই অনুমান কৰিছোঁ, চৌধুৰী। আপুনি এই বিষয়ে চিন্তা কৰি আছে।"

"ভাবোঁ কেতিয়াবা। কেৱল ভাবোঁহে। ভাবি একো লাভ হোৱা নাই।"

"ভাবিলেই সকলো সম্ভৱ। আপুনি নাটকখন লিখিবৰ বাবে ঘটনা আৰু চৰিত্ৰবোৰ জুকিয়াই লৈছেই বোধহয়।" ছুৰবাই সোঁৱৰাই দিলে।

জয়ন্তই নাটকৰ কথা পাহৰিছিল। ছুৰবাই মনত পেলাই দিয়াত হে তেওঁ সুঁৱৰিব পাৰিলে। নাটকৰ কথা সুঁৱৰি তেওঁৰ ওঁঠত হাঁহিৰ ৰেখা ফুটি উঠিল। তেওঁ নাটক লিখিব পাৰিব বুলি ছুৰবাই বিশ্বাস কৰি আশা পুহিছে। নিয়তিৰ কি যে পৰিহাস! ছুৰবাই ভাবিছে, জয়ন্তই নাটক লিখিব; ইফালে জয়ন্তই আপোন জীৱন-নাট্যত ভাও দি ভাগৰি পৰিব ধৰিছে।

"মই নাটক লিখিব নোৱাৰিম। মোৰ সময়ো নাই।" জয়ন্তই কবলৈ বাধ্য হ'ল।

"নাটক লিখাৰ বাবে এয়েই সুসময়। আপোনাৰ হাতত বিশেষ

কাম নাই। ভবি ভাগিছিল বাবে আপুনি কিছুদিন বেছিকৈ চলি-কবি ফুৰিব নোৱাৰিব। লিখিবলৈ লওক। দেখিব আপোনাৰ সময়ো ভালদৰে কাটিব, নাটকো লিখা হব। মইতো লগে লগে আছোঁৱেই।” ছুৱবাই উৎসাহ যোগালে।

ছুৱবাৰ কথা শুনি জয়ন্ত সন্ত্ৰস্ত হ’ল। ছুৱবাই দিনে ৰাতি, সময়ে অসময়ে নাটকৰ কথা উলিয়াই তেওঁক বিৰক্ত কৰিবলৈ ললে তেওঁৰ অস্বস্তিৰ সীমা নাইকিয়া হব। তেওঁ কঠোৰ হবলৈ বাধ্য হ’ল, “মই নাটক লিখিব নোৱাৰিম ; অৰ্থাৎ নিলিখোঁ।”

“তাৰ মানে ?”

“মানে, নাটক লিখিবলৈ মই শিকা নাই। সেইবোৰে নিলিখোঁ। মই সাহিত্যিক নহয়। আপুনি জোৰ কৰি মোক সাহিত্যিক বনাবলৈ নাযাব। তাৰ পৰা কাৰো একো লাভ নহব।”

ছুৱবা অলপ হতাশ হ’ল। তথাপি তেওঁ আশা নেৰি কলে, “সি যি কি নহওক, আপুনি ভাবি চিন্তি চাব বুলি আশা কৰিলোঁ। মই নো আপোনাক কি বুজাম ? কেইটামান দিন মই বাহিৰত গৈ থাকিম ; নগাওঁ লৈ যাম। উভতি আহি আপোনাৰ সিদ্ধান্তৰ বিষয়ে নিশ্চয় জানিবলৈ পাম।” হতাশ হলেও মুখত হাঁহি বিৰিঙাই ছুৱবাই বিদায় ললে।

তেতিয়া এন্ধাৰ নামিব ধৰিছে। গাত চেঁচা বতাহ লাগিলত জয়ন্তই চাৰ্টৰ ওপৰত চোৱেটাৰটো পিন্ধি ল’লে। খিৰিকিখন তেওঁ জপাই থলে। লাইটৰ চুইচ টো অন্ কৰি দি তেওঁ চকী এখনত বহিল। ছুৱবাক কোৱা কোথাবোৰ আকৌ তেওঁৰ মনলৈ আহিল। ছুৱবাই কিজানি তেওঁক অলপ বেয়া পালে, মনত হয়তো বেজাৰো পালে। ছুৱবাৰ এই নাটক বিচৰাৰ প্ৰণালীটোৱেই তেওঁৰ মানত এটা অদ্ভুত

অন্তৰাত্মা কাণ্ড যেন লাগিল।

নীতুৰ কথাও তেওঁ এবাৰ ভাবিলে। নীতুৱেও আজি কিজানি তেওঁৰ ব্যৱহাৰত অবাক হৈছে। তেওঁৰ অন্যমনস্কতা যে তাৰ চকুত ধৰা পৰিছে, এই কথা তেওঁ নিজেও অনুভৱ কৰিব পাৰিছে। মৰমী আৰু তেওঁৰ মাজত যে এটা হৃদয়-সম্পৰ্কিত ভাবৰ প্ৰাধান্য আছে, এই কথা বুজিবলৈ নীতুৰ বয়স হৈছে। তেওঁ আজি তাৰ ওচৰত সহজে ধৰা পৰি গৈছে। এই কথা সঁচা যে মৰমীক তেওঁ ভাল পায়; বন্দনাকো তেওঁ ভাল পাইছিল। বন্দনাৰ স্মৃতিটোও তেওঁৰ মানত পৱিত্ৰ।

জয়ন্তই দিনতীয়া বাতৰি কাকতখন হাতত লৈ চকু ফুৰাবলৈ ধৰিলে। দিবাং জং নামে ঠাইত আমাৰ সামৰিক বাহিনীৰ ঘাটি সুদৃঢ়।

বাহিৰত এন্ধাৰ ঘন হৈ পৰিল।

॥ বাইছ ॥

তেজপুৰলৈ আহিলে জয়ন্ত চৌধুৰীৰ ঘৰত আলহী হব বুলি অজয়ে ৰবদলৈয়ে কথা দিছিল। সেইবাবে এইবাৰ আহিয়েই তেওঁ জয়ন্ত চৌধুৰীৰ খবৰ ললে। জয়ন্তক লগত লৈ দীলিপ ফুকন ফুট্ হিললৈ গৈছে। উভতি আহোঁতে দুদিনমান লাগিল। খবৰটো পাই অজয়ে অনিচ্ছাসত্বেও বিজিত দত্তৰ ঘৰলৈ গ'ল। বিজিত দত্তই সেই সময়ত চাবিদুৱাৰৰ ফৰেষ্ট কুপ লৈ যাবলৈ ওলাইছিল। অজয়ক দেখি তেওঁ ভালেই পালে। তেওঁ আনন্দিত হৈ ক'লে, "মই ভাবিছিলোঁ, তুমি বোধহয় মোৰ ঘৰলৈ নাহিবাই।"

"কিয় তোমাৰ তেনে ভাৱ হ'ল?"

জয়ন্তই মোৰ পৰা তোমাক যিদৰে আজুৰিছে তাৰ ফলত তোমাক লগ পোৱাটো ক্ৰমশঃ কঠিন নহৈ নাথাকে।"

অজয়ে উত্তৰ নিদি মিচিকিয়াই হাঁহিলে। বিজিতৰ বন্ধুপ্ৰীতি কেনেকুৱা গভীৰ তেওঁ বুজি পায়। ই নাৰীৰ ঈৰ্ষতকৈও বলৱান।

একাপ চাহ খোৱাৰ পাছত বিজিতে ক'লে, "মোৰ লগত চাবিদুৱাৰলৈ ব'লা।"

"তুমি হাবিত সোমাবা যে!"

"কেম্পত থাকিব পাৰিবা।

"মই আজিয়েই উভতিব লাগিব। গধূলিৰ ট্ৰেনত।" অজয়ে কলে।

''এই বাতিপুৱা আহি পালা। আজিয়ে যাবাগৈ নে?"

"মই নিৰুপায়। পাছত আকৌ আহিম।"

বিজিতে নিজেও বাহিৰলৈ ওলাইছে। সেইবাবে অজয়ক টানি বাখিবলৈ তেওঁ যুক্তি বিচাৰি নাপালে। তথাপি তেওঁ ক'লে, "বেয়া পাবলৈ এতিয়া তোমাৰ একো নাই। মই এতিয়া ইমান কামত ব্যস্ত যে নাৰীৰ কথা ভাবিবলৈকো আহৰি নাপাওঁ। দুহাতেৰে টকা চপাইছোঁ, বুজিছা? তোমালোকে হে জীৱনৰ আৰ্থিক দিশটো ভালদৰে নিচিনিলা। আৰু এটা কথা, বীতাক আজিকালি লগেই নাপাওঁ। বোধহয় মোৰপৰা পলাই ফুৰিছে। গতিকে মোৰ স্বভাৱ-চৰিত্ৰ সম্পতি অনাবিল।" নিজৰ ৰসিকতাত বিজিতে নিজেই হাঁহিলে।

অজয়ে কেৱল ক'লে, "সকলোপিনেই তোমাৰ ভাল দেখিছোঁ; ই খুবেই ভাল কথা।"

বিজিতে লগুৱাটোক অজয়ৰ বাবে বন্ধা-বঢ়াৰ সকলো ব্যৱস্থা কৰিবলৈ দি চাৰিচুৱাৰলৈ গ'ল। অজয়ে গা-পা ধুই আপোন কামত ওলাল। স্পিৰিটৰ বাহিৰেও নতুন কিবা ব্যৱসায়ত নামিব পাৰি নেকি, এনে চিন্তা-চৰ্চাৰ মাজেদি তেওঁৰ সময় গ'ল। কেইবাজনে বিশিষ্ট ব্যৱসায়ীৰ লগত তেওঁ আলোচনা কৰিলে।

দুপৰীয়া কামৰ পৰা উভতি আহি ভাত-পানী খাই তেওঁ অলপ জিৰাই-শঁতাই কিতাপ এখন হাতত লৈ বিজিতৰ ড্ৰইং ৰুমত বহিল। দুৱাৰত খট্ খট্ শব্দ হোৱা শুনি তেওঁ মূৰ তুলি চালে: সন্মুখত এজন মানুহ, বয়সত বুঢ়া যেন দেখি, ভালদৰে চালে বুজিব পাৰি যে আদহীয়া; কিন্তু দৈহিক আৰু মানসিক অত্যাচাৰে দেহত্ বৃদ্ধত্বৰ ছাপ ৰাখিছে। এই মানুহজনক ক'ৰবাত দেখিছে বুলি তেওঁৰ অনুমান হ'ল। মানুহজনেও তেওঁৰ ফালে চাই ৰ'ল। অজয়ৰ স্মৃতিৰ পাপৰি মুকলি হ'ল: তেওঁৰ মনত পৰিল যে এই মানুহজনক তেওঁ এটা দুৰ্ভগীয়া ৰাতি দেখিছে, এওঁৰ নাম নীলাম্বৰ দাস, এওঁ বীতা নামৰ এজনী হতভাগিনী ছোৱালীৰ মোমায়েক।

পোন পহিলাতে তেওঁৰ মনত এটা বিজাতীয়া ঘৃণাৰ সৃষ্টি হ'ল; পাছলৈ তেওঁ নিজকে বুজালে যে এইবোৰত তেওঁৰ কোনো হাত নাই।

নীলাম্বৰ দাসেও তেওঁক চিনি পালে তেওঁ কলে, "বিজিত দত্তক বিছাৰি আহিছিলোঁ। আপুনি তেওঁৰ বন্ধু। আপোনাক এবাৰ দেখিছিলোঁ যেন লাগে।"

অজয়ে ক'লে, "এবাৰ নহয় কেবাবাৰো দেখিছে; কিন্তু কেৱল এৰাতি হে। বিজিত চাবিহুৱাৰলৈ গ'ল। যদি কিবা কব খোজে, তেওঁৰ লগুৱাটোক কব পাৰে; কাৰণ, তেওঁক কবলৈ মই ইয়াত নাথাকোঁ।"

অজয়ৰ কথাৰ সুৰত ৰূঢ়তাৰ আমেজ আছে বুলি বুজি পাই নীলাম্বৰ দাসে মিচিকিয়াই হাঁহিলে। তেওঁ ক'লে, "খং কৰিছে, কৰক। কিন্তু জানিব, আপনালোকেই আমাৰ অধঃপতনৰ কাৰণ।"

"কেনেকৈ?"

"টকা, টকা। বিজিত দত্তৰ টকা আছে বাবেই মই ইয়ালৈ আহোঁ।"

অজয়ে অলপ খঙেৰে ক'লে, "সমাজ বাদৰ শ্লোগান দিবলৈ নাহিব। অভাৱৰ কাৰণে আপোনাৰ অধঃপতন হোৱা নাই আপোনাৰ নষ্ট চৰিত্ৰ হে আপোনাৰ অধঃপতনৰ কাৰণ।"

নীলাম্বৰ দাসে এইবাৰ একো নকৈ উভতি বাঢ়লৈ খোজ ললে। অজয় বৰদলৈয়ে তেওঁ যোৱাৰ পিনে চাই এটা হুমুনিয়াহ পেলালে।

আবেলি আপোন কাম কাজ শেষ হোৱাৰ পাছত অজয় বৰদলৈয়ে জয়ন্ত চৌধুৰীক বিচাৰি গ'ল। জয়ন্ত চৌধুৰী ফুট্‌হিলৰ পৰা উভতি অহা নাই। হাতত যথেষ্ট সময় আছে; ৰাতিৰ ট্ৰেনলৈ বহুত সময় বাকী। জয়ন্তৰ ঘৰৰ পৰা ওলাই আহি তেওঁ পদুলিত অধ্যাপক

যামিনী চেটাৰ্জিক লগ পালে। চেটাৰ্জিয়ে জয়ন্তৰ ঘৰলৈ আহি আছিল। তেওঁক দেখি চেটাৰ্জিয়ে কলে, "জয়ন্ত চৌধুৰী ঘৰত নাই বোধহয়।"

"লগ নাপালোঁ। ফুট হিললৈ গৈছে হেনো।" অজয়ে কলে।

"আপোনাক চিনি পাইছোঁ যেন লাগিছে।"

"মোৰ নাম অজয় বৰদলৈ।"

"মই ঠিকেই অনুমান কৰিছিলোঁ। আজি দুবছৰৰ আগৰ কথা। সেই যে কলিকতাত বুদ্ধিজীৱি লিখক, সমালোচক, শিল্পী আদিৰ সভাত আপুনি যোগ দিছিল। তেতিয়া আপুনি কলেজত অধ্যাপনা কৰিছিল। মোৰ নাম যামিনী চেটাৰ্জি।"

অজয়ে তেওঁক কৰমৰ্দন কৰি ক'লে, সৌভাগ্যৰ ফলত আপোনাক লগ পালো! মই অৱশ্যে এতিয়া অধ্যাপনা নকৰোঁ, ব্যৱসায়ত লাগিছোঁ।"

"ভালেই কৰিছে। মই এতিয়াও একে কামতে আছো।"

বহুদিনৰ মূৰত চিনাকি মানুহক লগ পালে মনত আনন্দৰ সৃষ্টি হয়। চেটাৰ্জিৰ মনটো উৎফুল্ল হৈ উঠিল। তেওঁ ক'লে, "বৰদলৈ, আমাৰ অৱস্থা দেখিছেই। যুদ্ধ বিগ্ৰহৰ কথাৰ বাহিৰে আমাৰ আন কথা নাই। এই পৰিবেশ অকনো ভাল লগা নাই।"

"চিলঙত আমি এইবোৰ বিশেষ অনুভৱ নকৰো। বহু দূৰত আছোঁ যেন লাগে।"

"দুদিন মান আছেনে? ক'ত উঠিছে?"

"উঠিছোঁ বিজিত দত্তৰ ঘৰত। আজি ৰাতিৰ ট্ৰেনত উভতিম।"

"ট্ৰেনলৈ অনেক সময় বাকী। আহক, মোৰ ঘৰটো ওচৰতে, অলপ একেলগে বহিব পাৰিম। ভাল লাগিব।" চেটাৰ্জিয়ে নিমন্ত্ৰণ জনালে।

প্ৰস্তাৱটো অজয়ে ভালেই পালে। তেওঁ চেটাৰ্জিৰ লগে লগে খোজ ললে।

· বাটত অজয়ে কলে, "চেটাৰ্জি, কলিকতাৰ সেই সভাত আপুনি আৰ্ট সম্পৰ্কে কৈছিল। এতিয়াও আপুনি আৰ্ট সম্বন্ধে চৰ্চা কৰেনে?"

"আহকচোন, দেখুৱাম। কিবাকিৰি আঁকি-বাকি থাকোঁ। চৰ্চা বুলিবও পাৰে। আপোনাৰ বিষয়টো ইংৰাজী সাহিত্য আছিল নহয়নে?"

"ইংৰাজী সাহিত্য আছিল।"

"অধ্যাপনা এৰিলে কিয়? অধ্যাপনাই আপোনাক সুখ-শান্তি দিব নোৱাৰিলে নে?"

"সুখ-শান্তিৰ কথা নহয়। ভাতমুঠিৰ চিন্তা আগ। অসচ্ছল অৱস্থা সচ্ছল কৰাৰ বাবে অধ্যাপনা এৰি ব্যৱসায়ত নামিছোঁ।" অজয়ে ক'লে।

ঘৰ গৈ পায়েই চেটাৰ্জিয়ে অজয়ক নিজৰ কোঠালিলৈ লৈ গ'ল। অজয়ক বহিবলৈ দি তেওঁ পাক-ঘৰলৈ গৈ দুকাপ চাহৰ ব্যৱস্থা কৰিবলৈ কৈ আকৌ আহি অজয়ৰ লগ লাগিল। ইতিমধ্যে অজয়ে বেৰত আঁৰি থোৱা ছবিবোৰ চাই ললে। চেটাৰ্জি আহি পাওঁতে তেওঁ সুধিলে, "এইবোৰ কি আৰ্ট?"

"ব্যক্তিগত। মডাৰ্ন আৰ্ট বুলিবও পাৰে।" চেটাৰ্জিয়ে ক'লে।

অজয়ে এখন ছবিলৈ আঙুলিয়াই দি ক'লে, "মই বহুত লাইন দেখিছোঁ—আটাইবোৰ সৰল ৰেখা। ৰেখাবোৰৰ কাষে কাষে কিছুমান ছায়া—যেন সিবোৰ অস্থিৰ। আপুনি কি বুজাইছে?"

"জীৱনটো আচলতে সৰল ৰেখাৰ দৰে, জন্মৰ পৰা মৃত্যুলৈ এটা পোনপটীয়া গতি। ছবিত এই ছায়াবোৰ প্ৰকৃতিৰ গোপনীয়তা; জীৱনত পদে পদে বাধা পাই মানুহে ছায়াৰ মাজত, এই গোপনীয়তাৰ মাজত লুকাই পৰিব খোজে। ছবিখনৰ নামাকৰণ এতিয়াও কৰা হোৱা নাই। নাম দিম এবেষ্টেড্ ইটাৰনিটি; অনন্তকাল বন্দী হৈ থাকিব অংকনত।"

অজয়ে কলে, "ছবিখন বিভিন্ন দিশৰ পৰা ব্যাখ্যা কৰিব পাৰি।

আপুনি যে এনেদৰে ছবি আকেঁ এতিয়াহে জানিলোঁ। কিন্তু আৰ্ট সম্বন্ধে আপোনাৰ প্ৰচুৰ জ্ঞান থকাৰ কথা কলিকতাৰ তাহানিৰ সভাতেই গম পাইছিলোঁ। কিন্তু এটা কথা জানেনে? মই এতিয়াও পুৰণি আৰ্টৰ বেছি অনুৰাগী।"

"প্ৰচলিত আৰ্টৰ নিয়মানুযায়ীও অনেক ছবি মই আকিছোঁ।" চেটাৰ্জিয়ে কাষৰ কোঠা এটালৈ নি অজয়ক কিছুমান চিত্ৰাংকন দেখুৱাবলৈ ধৰিলে। ছবিবোৰ দেখুৱাই অজয়ক লৈ তেওঁ আগৰ কোঠালৈ আহিল। এইবাৰ তেওঁ কবলৈ ধৰিলে, "এসময়ত মই ইম্‌প্ৰেছনিজমৰ ভক্ত আছিলোঁ। আপুনি এসময়ত কবিতা লিখিছিল। এতিয়াও লিখে নে? আপুন ইম্‌প্ৰেছনিষ্ট সকলৰ চিত্ৰাংকনক নিশ্চয় গীতি-কবিতা আখ্যা দিবলৈ ভাল পাব।"

অজয়ে কিবা কব খোজোতেই এজনী সৰু ছোৱালীয়ে এখন ট্ৰেত দুকাপ চাহ আৰু অলপ মিঠাই আনিলে। ছোৱালীজনী যোৱাৰ পাছত চেটাৰ্জিয়ে ক'লে, "বৰদলৈ, বিশেষ একো দিবলৈ নাই, খাওক। এতিয়াও কবিতা লিখেনে?"

চাহৰ কাপ টেবুলৰ পৰা তুলি লৈ অজয়ে ক'লে, "মই এতিয়া কবিতা নিলিখোঁ। লিখাৰ প্ৰয়োজন অনুভৱ নকৰোঁ।"

চেটাৰ্জিয়ে আনটো চাহৰ কাপ হাতত লৈ কলে, "শিল্পীৰ সততা সম্বন্ধে আপুনি কি ভাবে? শিল্পীসকল নিৰাসক্ত হব লাগেনে? নিৰাসক্ত হলেহে সৎ হব পাৰিবনে? মোৰ বোধেৰে কমিটেড্ হৈও সৎ হব পাৰি। কমিটেড্ হোৱাৰ প্ৰয়োজনীয়তাৰ কথাও মই কেতিয়াবা ভাবোঁ। যেতিয়াই তেনে ভাব মনলৈ আহে, এই মডাৰ্ন আৰ্ট সম্বন্ধে স্বৰূপাৰ্থত আৰ্ট সম্বন্ধে মোৰ চিন্তা-চৰ্চাই হেন্দোলনি খায়।"

"কমিটেড্ মানে মাৰ্ক্সৰ মতানুযায়ী বুলি আপুনি কব খোজে নে? চৰকাৰৰ মতানুযায়ী বুলি কলেও ভুল নহব।"

"মই ইতিহাসৰ অধ্যাপক। মাৰ্ক্সক পৰিহাৰ কৰা কোনো

চিন্তাবেই স্থায়িত্ব মই নেদেখোঁ।”

চাহৰ কাপটো হাতৰ পৰা থৈ অজয়ে অলপ সময় চিন্তা কৰি ক'লে, “চেটাৰ্জি, আপুনি কথাটো কেনে ধৰণে লব, কব নোৱাৰোঁ। কিন্তু মাৰ্ক্সৰ এই ধাৰণাত মই বিশ্বাসী: যি কোনো যুগৰ সাহিত্য, শিল্প, ধৰ্ম, ৰাজনীতি আদি সেই যুগৰ উৎপাদন আৰু বিতৰণৰ প্ৰণালীৰ ওপৰত নিৰ্ভৰশীল।”

চেটাৰ্জিয়ে আৰু একাপ চাহ দিয়াৰ প্ৰস্তাৱ কৰিলত অজয়ে আপত্তি জনালে। চেটাৰ্জিয়ে সুধিলে, “আপুনি কবিতা লিখি'লৈ এৰাৰ কাৰণ কি? মাৰ্ক্সৰ নে আন কাৰোবাৰ প্ৰভাৱ?”

অজয়ে কৰলৈ ধৰিলে, “কিছুপৰিমানে মাৰ্ক্সৰ প্ৰভাৱ। আনহাতে মাৰ্ক্সতকৈ ওলোটা, সম্পূৰ্ণ বিৰোধী মতৰ প্ৰাধান্যও মোৰ জীৱনত প্ৰতিফলিত হৈছে। মই ঈশ্বৰত বিশ্বাস ৰাখোঁ। মানুহৰ সহজাত সততাত মোৰ পূৰা বিশ্বাস। নৈতিক উন্নতিৰ দ্বাৰাহে মানুহৰ ব্যক্তিগত আৰু সামাজিক উন্নতি হব পাৰে। এনে পৰস্পৰ বিৰোধী মতৰ পৰা মোৰ ক্ষতি হোৱা নাই।”

“আপুনি ব্যৱসায়ত নামিল কিয়?”

“মই ব্যৱসায়ত নমাৰ প্ৰধান কাৰণ: আমাৰ দুৰ্বল অৰ্থনৈতিক সমাজ-ব্যৱস্থা। গমি চালে দেখিব যে মোৰ এই পৰিৱৰ্তন ব্যক্তিগত উন্নতিৰ লোভত হে। অৰ্থাৎ পুঁজিপতিৰ দৰ্শনৰ পৰা মই এখোজো আতঁৰা নাই।”

চেটাৰ্জিৰ মনত পৰিল যে জয়ন্তই তেওঁক পলায়নবাদী বুলিছিল। জয়ন্তৰ মানত চেটাৰ্জিৰ চিত্ৰাংকন পলায়নৰ সুৰ গ। তেওঁ মুখ ফুটাই ক'লে, “বোধহয় আপোন গণ্ডী পাৰ হৈ যোৱাৰ ক্ষমতা মোৰ নাই।”

“আপোন গণ্ডী ময়ো পাৰ হব পৰা নাই।”

“মোৰ ধাৰণা জয়ন্ত চৌধুৰীৰ এনে ক্ষমতা আছে। আপোনাৰ ধাৰণা কি?” চেটাৰ্জিয়ে সুধিলে।

"আমাৰ ধাৰণাৰ পৰা কাৰো লাভ ক্ষতি একো নাই।" অজয়ে ক'লে। "মোৰ বন্ধু বিজিত দত্তই কয়ঃ পুঁজিপতি সকলক সমালোচনা কৰাতকৈ নিজে পুঁজিপতি হবলৈ চেষ্টা কৰাই ভাল। তেওঁ সেই চেষ্টাকে কৰি আছে।" অজয়ৰ এই কথাৰ মূৰত চেটাৰ্জিয়ে তেওঁৰ লগত এই আলোচনাৰ বাবে আনন্দ প্ৰকাশ কৰিলে। অজয়ে বিদায় ললে, "আজিলৈ আহোঁ। বিজিত দত্তৰ ঘৰত সোমাই হে ষ্টেচনলৈ যাব পাৰিম।" চেটাৰ্জিয়ে তেওঁক কিছুদূৰ আগবঢ়াই থলে।

উভতি আহোঁতে বাটত মিলিটাৰী অফিছাৰ এজনে কাৰোবাক কোৱা তেওঁৰ কানত পৰিল, "এতিয়া দিৰাং জং নামে ঠাইত যুদ্ধ চলিছে। চীনাসকল দিৰাং জং পাৰ হৈ আহিব নোৱাৰিব।"

"দিৰাং জং ক'ত?" সেই মানুহজনৰ প্ৰশ্ন।

"বম্-ডি লা আৰু চে লা গিৰিপথৰ উত্তৰত।"

তেওঁলোকৰ আৰু আন কোনো কথা অজয় বৰদলৈৰ কাণত নপৰিল।"

## ॥ ভেইছ ॥

সুদীৰ্ঘ সময়ৰ ব্যৱধানৰ পাছত জিলা পুথি ভৰালৰ কাষৰ ষ্টেচন ক্লাবত দিলীপ ফুকনৰ লগত বিজিত দত্তৰ সাক্ষাৎ হ'ল। বিজিতে সুধিলে, "ফুকন, যুদ্ধৰ বাতৰি কি?" ফুকনে কলে, "আজি কিছুদিনৰ পৰা শীত-যুদ্ধ চলিছে। কোনিয়া উদ্গীৰণ হয় কব নোৱাৰি।"

পুৱাৰ পৰা গধুলিলৈ কাম কৰি ফুকনৰ মনটো ভাগৰি পৰিছিল। অদ্ভুত ধৰণৰ নতুন কাম। তেওঁ জনৰৱৰ বিৰুদ্ধে যুঁজিব লগা হৈছে, লগে লগে জোৱান সকলৰ লগতো সংযোগ ৰাখিব লগা হৈছে. ইপিনে চিলঙৰ অফিছৰ লগত দৈনন্দিন যোগাযোগ আছেই। একো কামেই আগবঢ়া নাই, চাৰিওপিনে অশান্তি, চাৰিওপিনে বাধা। মানুহক সান্ত্বনা দিয়াৰ পৰা তেওঁ নিজকে বিৰত ৰাখিছে। যুদ্ধৰ বাতৰি সম্পৰ্কেও তেওঁ অলপ উদাসীন হৈ পৰিছে। বিজিতৰ লগত কথাপাতি সময় নষ্ট কৰিবলৈ তেওঁৰ ইচ্ছা নগ'ল। ৰাতি হৈ অহা দেখি তেওঁ ঘৰলৈ উভতিবলৈ ওলাল। ৰাতিপুৱা অফিছতো সোমাই যাব লাগিব।

ক্লাবত মানুহৰ সংখ্যা পাতলিছে। বিজিত নিজেও ঘৰলৈ যাবলৈ ওলাল। উভতিবৰ সময়ত বিজিত আৰু ফুকনৰ আকৌ সাক্ষাৎ হ'ল। বহুদিনৰ মূৰত সাক্ষাৎ হোৱাৰ পাছতো কথা-বাৰ্তা ভালদৰে নোকোৱা বাবে বেয়া পাব পাৰে বুলি ভাবি ফুকনে নিজেই এইবাৰ মাত দিলে, "দত্ত, আপোনাৰ কেনে চলিছে?"

"ভালেই চলিছে," বিজিতে ক'লে। দুয়ো ক্লাবৰ পৰা আলিবাটলৈ নামিল। নিৰ্জন আলিবাট। পৰিবেশটো শান্ত।

বিজিতে আকৌ ক'লে, "যুদ্ধ যিমান দিনলৈ চলে, তিমান দিনলৈ ভালেই চলিব।"

"তাৰ মানে ?"

"যুদ্ধ আছে মানে সকলোপিনে চাহিদা আছে। আলিবাট ভাল হব লাগে, দলংবোৰ ভাল হব লাগে যাতে মিলিটাৰীৰ ট্ৰাক যাব পাৰে; ৰেলৰ ওৱাগনৰ পৰ্যাপ্ত পৰিমাণে প্ৰয়োজন যাতে খাদ্য সামগ্ৰীৰ যোগান ঠিকমতে ৰাখিব পৰা যায়। এইবোৰৰ পৰা টকা আহে। এই কাম কাজ বোৰ চলি থাকিলেই আমাৰ লাভ।"

ফুকনে কলে, "আপোনাৰ কথা সঁচা। কিছুমান মানুহ এইবোৰ কৰি বৰ্তি থাকিব পাৰে। কিন্তু সমগ্ৰ ভাৱে চাবলৈ গলে দেখিব যে আমাৰ অশান্তি বাঢ়িছেহে।"

বিজিতে মিচিকিয়াই হাঁহি কলে, "ফুকন, আপোনাৰ কাম আপুনি কৰিব, মোৰ কাম মই কৰিম। দুয়োৰে কাম বিভিন্ন। আপুনি বিচাৰে যুদ্ধৰ সমাপ্তি আৰু শান্তি; মই বিচাৰো যুদ্ধখন চলি থকাটো। পৃথিবীৰ ডাঙৰ ডাঙৰ যুদ্ধ মহাসমৰ এই কাৰণত হয় যাতে ধনী শিল্পপতি সকলে যুদ্ধাস্ত্ৰ বিক্ৰী কৰি ধন ঘটিব পাৰে। যুদ্ধ কেতিয়াও সৰ্বসাধৰণ মানুহৰ কাৰণে নহয়। কিছুমান মানুহ মৰিবই। হয়, খাবলৈ নেপাই মৰিব; নহয় যুদ্ধত বোমা পৰি মৰিব। দ্বিতীয় বিধ মৃত্যু প্ৰথম বিধত কৈ নিশ্চয় বেছি যুক্তিসংগত, কাৰণ ইয়াত কষ্টৰ পৰিমাণ তাকৰ। মানুহ যি ভাবেই নহওক কিয়, মৰিবই। দেশখনত কিমান যে মানুহ অনাহাৰে মৰিব ধৰিছে! যদি কিছুসংখ্যক মানুহ শত্ৰুৰ অস্ত্ৰাঘাতত মৰে, কোনো ক্ষতি নাই; কাৰণ, এই পৰিস্থিতিতো কিছুমান মানুহৰ কৰ্মসংস্থান হব; বহুত মানুহৰ জোলোঙালৈ ধন সোমাই আহিব। কিছুমান বুদ্ধিমান মানুহৰ বেংক বেলেগ স্ফীত হব।"

অলপ দূৰত ভমভমীয়া জুই একুৰা জ্বলিছে। প্ৰচাৰ বিভাগৰ অফিছৰ চৌকিদাৰটোৱে শুকান পাত গোটাই জুই জ্বলাইছে। প্ৰচাৰ বিভাগে যুদ্ধৰ বিৰুদ্ধে প্ৰচাৰ কৰি আছে, আত্মৰক্ষা কৰিবলৈ সাহস যোগাই আছে, কিন্তু যুদ্ধক ভালপোৱা মানুহ নিশ্চয় পোৱা নাই। চীনৰ প্ৰতি কোনো আকৰ্ষণ বা বিকৰ্ষণ নোহোৱাকৈও যে এই যুদ্ধৰ প্ৰতি মানুহ আগ্ৰহান্বিত হব পাৰে তাৰ প্ৰমাণ বিজিত দত্ত বুলি দীলিপ ফুকনৰ বোধ হ'ল। তেওঁ কলে, "আপুনি এনেদৰে কৈছে যেন যুদ্ধ বন্ধ হলে আপোনাৰ অশেষ ভৰণি হব।"

বিজিতে কলে, "ভৰণি হব নিশ্চয়। কেৱল আজিৰ পৰিস্থিতিত হে বেছি ধন নখটোৱাকৈ অধিক ঘটিব পাৰি। আপুনি চৰকাৰী চাকৰিয়াল, আপুনি এইবোৰ বুজি নাপাব।"

ফুকনে নীৰৱে কিছুসময় খোজ পেলাই গৈ থাকিল। বিজিতে খোজৰ গতি অলপ ঢিলাই দি এটা চিগাৰেট জ্বলাই কবলৈ ধৰিলে, "মোৰ আগৰ দুৰৱস্থাৰ কথা আপুনি নাজানে। দেউতা ঢুকোৱাৰ পাছত অভাৱৰ তাড়নাত মোৰ বাট নেদেখা হোৱাৰ উপক্ৰম হৈছিল। তাৰ পাছত ১৯৫৯ চনত চীনাসকলৰ নেফাত প্ৰথম প্ৰবেশৰ বাতৰি। দেশত ঠিকাৰ কাম বাঢ়িল। মৰ-সাহ কৰি ঠিকা কৰিবলৈ লওঁো। আজি মই দিনে অনেক টকা খৰচ কৰিব পাৰোঁ। এই উপাৰ্জনৰ বাবে মোৰ দ্বাৰা অধিক খটোৱাৰ কোনো সম্ভাৱনা নাছিল।"

ফুকনে কলে, "মই কি ভাবোঁ জানেনে? মই ভাবোঁ যে আমি লোভৰ বশবৰ্তী হৈ মনুষ্যত্ব বিসৰ্জন দিবলৈ ধৰিছোঁ। আপোনাৰ উন্নতিত মই সুখী হৈছোঁ। কিন্তু দকৈ ভাবি চালে বুজা যায় যে দেশৰ বিপদৰ সময়ত ব্যক্তিগত ধন-সম্পত্তি, সুখ-সুবিধাৰ কোনো মূল্য নাই। আমাৰ উচিত, এতিয়া সকলো ব্যক্তিগত স্বাৰ্থ পৰিহাৰ কৰি চৰকাৰৰ লগত সহযোগিতা কৰি শত্ৰুৰ বিপক্ষে বিৰাট প্ৰতিৰোধ গঢ়ি

তোলাটো। মই আপোনাক উপদেশ দিয়া নাই; কথাটো ভাবি চাবলৈহে কৈছোঁ।"

বিজিতে এইবোৰ কথা শুনি বিৰক্তি অনুভৱ কৰিলে। তেওঁৰ মুখখন তিতা লাগিল। চিগাৰেটৰ টুকুৰাটো তেওঁ দলিয়াই পেলালে। ঠিকাদাৰৰ স্বভাৱসিদ্ধ বুদ্ধিৰে তেওঁ বুজিলে যে ফুকনৰ সৌৰজগৎ তেওঁৰ পৃথিবীৰ পৰা বহু দূৰত। মিছাতে তাৰে শিলগুটি দলিয়াই লাভ নাই। কিবা কলেই ফুকন বিৰক্ত হব পাৰে।

ফুকনে বিদায় লৈ কলে, "আমাৰ ইমাৰ্জেন্সি ষ্টাফে অফিছত কাম কৰি আছে। মই এবাৰ তালৈ যাম।" তেওঁৰ কথাৰ মূৰত বিজিতে একো নকৈ দূৰলৈ চাই ৰ'ল। ফুকনে বিজিতে চোৱাৰ পিনে চাই কলে, "জয়ন্ত চৌধুৰী নহয়নে?"

"তেনে যেনেই পাইছোঁ।"

জয়ন্ত আহি ওচৰ চাপিলত ফুকনে ক'লে, "মোৰ অফিছলৈ আহিবা। তুয়ো একেলগে উভতিম।"

জয়ন্তই কলে, "বাৰু!"

ফুকন যোৱাৰ পাছত বিজিতে কলে, "কি হে সাংবাদিক? কৰ পৰা আহিলা?"

"সাংবাদিক নহয়, তাহানিৰ সাংবাদিক। এয়া ক্লাবৰ পৰা তোমাৰ ওভতনি নেকি?" জয়ন্তই ক'লে।

"প্ৰত্যাৱৰ্তন বুলিবও পাৰা। তোমাৰ বন্ধু দীলিপ ফুকনে সুবিধাত পাই ব্ৰেইন্-ওৱাছ কৰিবলৈ ধৰিছিল। তুমি আহি উদ্ধাৰ কৰিলা।"

"কিবা কথাত তেওঁক বেয়া পালা নেকি?"

"বিজিত দত্তই কাকো সহজে ভাল বেয়া নাপায়। বেয়া পাবলৈ ইয়াত একোৱেই নাই। ফুকনৰ কথা অনুসৰি চলিব লাগিলে নতুনকৈ উপজিব লাগিব। মোক এই জীৱনেই আটিছে। নতুনকৈ উপজিবলৈ

মন নাই।”

বিজিত বিৰক্ত হৈছে বুলি জয়ন্তই বুজিব পাৰিলে। তেওঁ ক’লে, “এতিয়া এই বাতি ঘৰলৈ যাবা নে আলিবাটত খৰালি খাবা ?”

বিজিতে ক’লে, “জয়ন্ত, মই আলিবাটত খৰালি খোৱা বিধৰ মানুহ নহয়। কিন্তু বাতি বেছি হোৱা নাই, জুৰ বতাহো বলিছে। ফুকনৰ সম্পৰ্কে তোমাৰ নজনা কথা জানিবলৈ মন নাযায় নে ?”

“কি নজনা কথা ?”

“বেচেৰা অজয়! সি ভাল পাইছিল এজনী ছোৱালীক ; অন্ততঃ তাৰ বিবাহিতা স্ত্ৰীৰ ধাৰণা যে অজয়ে সেই ছোৱালীজনীক ভাল পাইছিল।”

“কোন সেইজনী ছোৱালী ?”

“সেইজনী ছোৱালী সম্প্ৰতি তোমাৰ বন্ধু দীলিপ ফুকনৰ ধৰ্মপত্নী।”

“কিন্তু ইয়াত নতুন কথা কি আছে ? অজয়ে বিয়াৰ আগেয়ে আন কোনো ছোৱালীকেই ভাল পোৱা নাছিল। তাৰ স্ত্ৰীৰ ধাৰণা নিশ্চয় ভুল। বীণাই এনে ধাৰণা কৰিছে কিয় ? এই ধাৰণা যে ভুল, তেওঁ জনা উচিত।” জয়ন্তই ক’লে।

“জনা উচিত কিন্তু নাজানে। হয়তো জানিবই নেখোজে। তেও সদায় অজয়ক চকুৰ আগত ৰাখিবলৈ বিচাৰে। ফলত অজয় নজৰবন্দীৰ নিচিনা হৈছে। পৰিতাপৰ কথা, অজয়ে নিজেই মেজিক-দণ্ডৰ আঘাতত বিমুগ্ধ ভেড়াত পৰিণত হৈছে। ইয়াৰ ফলত মই এজন বন্ধুক হেৰুৱাইছোঁ। ঠিক হেৰুওৱা নহয়, হেৰুওৱাৰ উপক্ৰম। অজয় মোৰ কেনে বন্ধু আছিল, তুমি জানাই।”

জয়ন্তই বিবুধি হোৱাৰ দৰে ক’লে, ‘ইয়াত দীলিপ ফুকনৰ অপৰাধ কি ?”

"একো অপৰাধেই নাই। আনহাতে, সকলো অপৰাধ তেওঁৰেই। দীলিপ ফুকনে নিজে নজনাকৈয়ে অজয়ৰ জীৱনত ফাকি আৰু বঞ্চনাৰ প্ৰাচীৰ তুলিছে। আজি মোৰ কথা-বতৰা শুনি ফুকনে মোক পানীৰতলৰ কাঁইট বুলি ভাবি গ'ল। কিন্তু অজয়ৰ ক্ষেত্ৰত তেওঁ নিজেই পানীৰ তলৰ কাঁইট।" বিজিতৰ কণ্ঠস্বৰত ক্ষমাহীন অনুযোগ।

জয়ন্তই কলে, "বিজিত, তুমি উত্তেজিত হৈ আছা। আজিলৈ আহোঁ। পাছত কথা হব পাৰিম।"

জয়ন্তক নেদেখা হোৱালৈ চাই থাকি বিজিতৰ মনত এই বুলি আক্ষেপ হ'ল যে দুজন মিজিং-মাজাং কৰা লোকৰ লগত পৰি তেওঁৰ সন্ধ্যাটো নষ্ট হৈ গ'ল। স্নায়ুবোৰ দুৰ্বল হৈ পৰিল। তেওঁৰ মনত এটা হতাশাৰ ভাৱ আহিল। তেওঁ বুজিলে, অলপ হুইস্কি খাই দুৰ্বল স্নায়ুবোৰ উত্তেজিত কৰি তোলাৰ প্ৰয়োজন।

বিজিতে বাট সলাই তেওঁৰ নৈশসংগিনী ৰীতাৰ ঘৰলৈ খোজ ললে। বহুদূৰ বাট গৈ তেওঁ যেতিয়া ৰীতা বৰাৰ ঘৰ পায়, তেতিয়া যথেষ্ট ৰাতি হৈছে। ঘৰৰ দুৱাৰ মুখতে তেওঁ ৰীতাৰ মোমায়েক নীলাম্বৰ দাসক পালে। বিজিতক বহিবলৈ দি দাসে কলে, "ৰীতাই তাইৰ ভায়েকৰ সৈতে শেৱালিহঁতৰ ঘৰলৈ গৈছে। শেৱালিহঁতৰ ঘৰত এটা উৎসৱ আছে। আজি ৰাতি সিহঁত নুঘূৰিবই। আপুনি আহিব বুলি জনা হলে মই তাইক যাবই নিদিলোঁহেতেঁন।"

ৰীতাৰ অনুপস্থিতিৰ বাবে নীলাম্বৰ দাসৰ ক্ষমা প্ৰাৰ্থনাৰ ভংগী বিজিতৰ চকুত ধৰা নপৰাকৈ নাথাকিল। তেওঁ সুধিলে, "কোন এই শেৱালী? এসময়ত ৰীতাৰ প্ৰিয় লগৰী আছিল, সেই জনীয়েই নে?"

"সেই জনীয়েই। কদ্ৰবাম মজুমদাবব খুলশালিয়েকব ছোৱালী। বব স্পষ্টবাদী ছোৱালী।"

"প্ৰশংসাব প্ৰয়োজন নাই।" বিজিতে বাধা দিলে।

বিজিতব মনটো ক্ৰোধত জ্বলি উঠিল। একো কবিবলৈ নাই বাবে হাতত থকা চিগাবেটটো তেওঁ মোহাবি পেলালে। মনটোত ক্ৰোধব পাছত হতাশাই আগুবি ধবিলে। গধূলিটো যে একেবাবে মাটি হৈ গ'ল, এই বিষয়ে তেওঁব আৰু সন্দেহ নাথাকিল।

॥ চৌবিছ ॥

অবিনাশ শৰ্মা আৰু ৰুদ্ৰৰাম মজুমদাৰে আচাৰ্য সৰ্বানন্দৰ ধৰ্ম আৰু দৰ্শনৰ ব্যাখ্যা শুনিছিল। উভয়ৰে মনত বিভিন্ন ধৰণৰ প্ৰতিক্ৰিয়া হৈছে। শৰ্মাৰ মতে, আচাৰ্য সৰ্বানন্দৰ নিচিনা মানুহৰ প্ৰয়োজন কেৱল এটা কাৰণত—এওঁলোকে জীৱিকাৰ যন্ত্ৰণাত উৱাদিহ নোপোৱা মানুহক সান্ত্বনাৰ বাণী শুনাই কিছু পৰিমানে তেওঁলোকৰ বাবে জীৱনটো সহনীয় কৰি তোলে। আচাৰ্যৰ কথা শুনি লোকে কিছুসময় যুদ্ধৰ কথা পাহৰি আছিল। টৱাং নামৰ সৰু নগৰ খনৰ পতন হৈছে, এনেকি এগাকী ব্ৰিগেডিয়াৰ পৰ্যন্ত চীনাসকলৰ হাতত বন্দী হৈছে, এইবোৰ বাতৰি এতিয়া সকলোৰে মুখে মুখে। এই সময়ত ঈশ্বৰক চিন্তা কৰাৰ অৰ্থ উট চৰাইৰ দৰে বালিত মূৰ গুজি থাকি চিকাৰীৰ হাতৰ পৰা সৰা বুলি অলীক কল্পনাত নিজকে সঁপি দিয়াটোহে। মজুমদাৰে সম্পূৰ্ন বিপৰীত ধৰণে ভাবিছে। তেওঁৰ মানত ঈশ্বৰ চিন্তাও প্ৰয়োজনীয়, যুদ্ধৰ চিন্তাও প্ৰয়োজনীয়; এটা এৰি আনটো অসম্পূৰ্ণ। অবিনাশ শৰ্মাৰ নিৰীশ্বৰতাক মজুমদাৰে ভাল চকুৰে নেদেখে। তেওঁৰ মানত শৰ্মাৰ মুক্তি নাই। অৱশ্যে নিজৰ মুক্তি সম্বন্ধেও তেওঁ সম্পূৰ্ণ নিশ্চিন্ত নহয়। কোনোদিনেই তেওঁ মনপুতি শাস্ত্ৰপাঠ কৰা নাই। ভিখাৰীক দুপইছা দান কৰা, মন্দিৰত দুৰতীয়া এটি দলিয়াই দিয়া—এইবোৰতে ধৰ্ম আৰু দৰ্শন সীমাৱদ্ধ বুলি তেওঁ ইমানদিন মানি চলি আহিছে। এতিয়া যুদ্ধখনে সেই বিশ্বাস আৰু সুখময়তাত অশান্তি আনিছে। তেওঁৰ মূল্যবোধৰ মূলভিত্তিত কঠোৰ আঘাত পৰিছে।

মজুমদাৰৰ ঘৰৰ পোৰ্টিক'ত উভয়ে আচাৰ্য সৰ্বানন্দৰ কথাকেই আলোচনা কৰি আছিল। আলোচনা অলপ উত্তপ্ত হল। শৰ্মাই কলে, "ঈশ্বৰক বিশ্বাস কৰি যি সকল লোকে নিজকে ঠগে, সিবোৰ কাপুৰুষ।"

মজুমদাৰে ক'লে, "আপুনি এই কথাষাৰ মোৰ গা লৈ নোপোনালেও হব। যদি কিবা প্ৰকাৰে চীনাসকল আহি তেজপুৰ পায়, তেতিয়া কোন বীৰনো ইয়াত থাকে, দেখিবলৈ পাম।"

শৰ্মাই বুকু ডাঠি ঘোষণা কৰিলে, "মই ক'লৈকো নাযাওঁ। শেষ পৰ্যন্ত ইয়াতেই অপেক্ষা কৰিম।"

"ই আপোনাৰ বাণ-ষ্টেজ নহয়, চিনেমা-থিয়েটাৰো নহয়। ই এখন প্ৰচণ্ড যুদ্ধ।"

শৰ্মাই এই কথাৰ ওপৰত কোনো মন্তব্য নিদিলে। তেওঁ সুধিলে, "কিৰণ কলিতাৰ কিবা খবৰ পায়নে ?"

"চাওক, ময়ো ব্যৱসায়ী, কলিতাও ব্যৱসায়ী, কিন্তু মই ৰাইজৰ নেতাও। মোৰ যিখিনি দায়িত্ববোধ আছে, কলিতাৰ সেইখিনি নাই।"

"কলিতাৰ ভায়েক অৰূপ নে কি, তেনে নামৰ ল'ৰাটোও শুচিল। সি এতিয়া সমাজবাদ সংস্কৃতি এইবোৰ কথাত লাগি ফুৰে।"

শৰ্মাৰ কথাত আপোন মতৰ মিল দেখি মজুমদাৰে উৎফুল্ল হৈ কলে, আপুনি ঠিকেই ধৰিছে। সেই ল'ৰাটো নষ্ট হ'ল। পঢ়া শুনা নাই, কেৱল কোনে কি দৰে ধন ঘটিছে, কাক পুলিচক গতাই দিব পাৰি, দুৰ্নীতি ক'ত, এইবোৰ বিচাৰি ফুৰিছে। হেৰৌ, ভাল ল'ৰাৰ দৰে পঢ়াশুনা কৰিবি ক'ত, উদ্ভণ্ডালী কৰিছ! পঢ়া শুনা নকৰ, খেলা-ধূলা কৰিও তো সময় কটাব পাৰ; নলগা কেঁওত লাগিছ কিয় ?"

মজুমদাৰৰ কথাৰ মূৰত তেওঁক সম্পূৰ্ণ আচৰিত আৰু হতাশ কৰি অবিনাশ শৰ্মাই উঠি কলে, "ভালেই কৰিছে। খেলা-ধূলা কৰি

সময় নষ্ট কৰিব কিয় ? মই অৰূপৰ এইবোৰ কাৰ্য ভালেই পাইছো।"

মজুমদাৰৰ বুকুত অবিনাশ শৰ্মাৰ কথাবোৰ আহি শেলৰ দৰে লাগিল। কিন্তু তেওঁৰ কোনো ৰূপান্তৰলৈ লক্ষ্য নকৰি কোনো প্ৰস্তাৱনা নকৰাকৈ অবিনাশ শৰ্মা গুচি গ'ল।

ৰাতিপুৱা বিশেষ ক্লাচ লৈ অধ্যাপক যামিনী চেটাৰ্জিয়ে ঘৰলৈ উভতি আহোঁতে বাটত আচাৰ্য সৰ্বানন্দৰ ৰাহৰৰ কাষত জয়চন্দ্ৰনক লগ পালে। চেটাৰ্জিৰ এতিয়া একো কামতে মন নবহা হৈছে। ছবি অঁকাৰ নিচা কমি আহিছে। যুদ্ধ যিমানেই গাৰ কাষ চাপিছে তিমানেই তেওঁৰ ধাৰণা হৈছে যে ভৱিষ্যতৰ উত্তৰণত বিশ্বাস ৰাখিলেও যুদ্ধ-বিগ্ৰহতকৈ তেওঁ শান্তিক হে বেছি ভাল পায়; তেওঁ শান্ত পৰিবেশৰহে মানুহ। কিন্তু এই কথাও তেওঁ জানে যে ভৱিষ্যতৰ উত্তৰণৰ বাবে অপ্ৰিয় অৱস্থাৰ সন্মুখীন হব লাগিব। জয়ন্ত চৌধুৰীয়ে কৈছিল, এই অৱস্থাৰ পৰা উধাবলৈ হলে বিদ্ৰোহৰ প্ৰয়োজন। কিন্তু চেটাৰ্জিৰ শান্তিপ্ৰিয় মনটোৱে বিদ্ৰোহ আৰু সংঘাতৰ পৰা আঁতৰি থাকিব খোজে। সেইবাবে তেওঁ মনটোত শান্তি প্োৱা নাই। চিত্ৰাংকনে ঈশ্বৰৰ ঠাই গ্ৰহণ কৰি তেওঁক শান্তি দিব পৰা নাই। মনৰ এনে অৱস্থাত তেওঁ জয়চন্দ্ৰনক লগ পাই আনন্দিত হ'ল।

জয়চন্দ্ৰনেই প্ৰথমে কলে, "আচাৰ্য সৰ্বানন্দক বিচাৰি আহিছিলোঁ। এতিয়া দেখিছোঁ, ৰাহৰ শূন্য; কোনো নাই। ওচৰৰ মানুহৰ পৰা জানিলোঁ, তেওঁ যোৰহাটৰ ৰাইজৰ আহ্বানত সেইফালে গৈছে। ধৰ্ম আৰু অতীত সম্পৰ্কে তেওঁৰ ব্যাখ্যা শুনিবলৈ মোৰ বৰ ইচ্ছা আছিল।"

চেটাৰ্জিয়ে ক'লে, "ধৰ্ম আৰু ঈশ্বৰ দুয়োটা বস্তু এনেকুৱাই— দুয়োটাই অতীত; কেৱল শূন্য।"

জয়চন্দ্ৰনে তৰ্কৰ মাজলৈ সোমাবলৈ চেষ্টা নকৰিলে। তেওঁ

ক'লে, "আপুনি অবিবাহিত লোক। মোৰ অৱস্থা বুবুজিব। এবাৰ বিয়া কৰোৱা মানুহে এদিনো অকলে থাকিব নোবাৰে। শ্ৰীমতী নাই, ঘৰলৈ গৈছে; সেইবাবে মোৰ মন্দিৰ শূন্য। আপোনাৰ কেনে চলিছে ?"

"খুব ভাল নহয়।"

"ঘৰলৈ উভতিছে নেকি ? মই এতিয়া ঘৰলৈ নাযাওঁ। ঘৰলৈ যোৱা মানে, জয়ন্ত চৌধুৰীক উৎপাত কৰা হে হব। মই বহুদিন ধৰি তেওঁৰ পঢ়াশুনাত ব্যাঘাত ঘটাইছোঁ। মই বিচাৰ্ কৰিছোঁ; কিন্তু তেওঁ মোতকৈ বেছি পঢ়ে আৰু বেছি ভাবে।"

"এতিয়া একো পঢ়িবলৈ মোৰ মন নাযায়। আজি নেফাৰ দুটা চকি পৰিল, আজি লাডাখৰ তিনিটা চকি চীনৰ হস্তাগত হ'ল— এইবোৰ নিৰাশাৰ বাতৰি দিনে-ৰাতি শুনি কাৰণো ভাল লাগিব ?" চেটাৰ্জিয়ে নিৰানন্দৰ সুৰত কলে।

"পৰাজয়ৰ কথা শুনিবলৈ কাৰো ভাল নালাগে। কিন্তু জয়-পৰাজয় লৈয়েই তো আপোনাৰ ইতিহাসৰ সৃষ্টি।" জয়চন্দ্ৰনে সান্ত্বনা দিলে।

এই কথা-বতৰাৰ পাছত জয়চন্দ্ৰনে বিদায় ললে। তেওঁ আৰ্মিৰ মেছলৈ গ'ল। চেটাৰ্জিয়ে ঘৰলৈ খোজ ললে।

আপোন ঘৰৰ কাষ পোৱাৰ অলপ আগেয়ে জয়ন্ত চৌধুৰীক লগ পাই চেটাৰ্জিয়ে আন কথাৰ লগতে অজয়ক লগ পোৱাৰ কথা কলে, "আপোনাৰ বন্ধু অজয় বৰদলৈ অতি মাৰ্জিত আৰু সুশিক্ষিত লোক। দীৰ্ঘবিৰতিৰ পাছত তেওঁক লগ পালোঁ। তেওঁৰ বিষয়ে মই পঞ্চমুখ বুলিয়েই ধৰি লব পাৰে।"

জয়ন্তই কলে, "খুব ভাল কথা।" তাৰ পাছত চেটাৰ্জিৰ চকুলৈ চাই তেওঁ মিচিকিয়াই হাঁহি ক'লে, "অজয় বৰদলৈও আপোনাৰ নিচিনা সিদ্ধান্ত ৰহিত; প্ৰয়োজনৰ সময়ত তেওঁ কোনো ডিছিচন লব নোৱাৰে।"

## ॥ পঁচিছ ॥

স্কুল-কলেজৰ লৰা-ছোৱালীবোৰে হাতত কিতাপ কাগজ লৈ যাবলৈ ধৰিছে। স্কুলীয়া ছোৱালী এজাক পাৰ হৈ গ'ল। তাৰ পাছত কেইখনমান মিউনিচিপালিটিৰ জাবৰ গোটোৱা ট্ৰাক। তাৰ পাছত এদল স্কুলীয়া ল'ৰা।

এফালে সীমান্তত যুদ্ধ চলিছে। আনপিনে ইয়াত তেজপুৰত দিনতীয়া কামৰ আৰম্ভণি হৈছে। ব্যস্ত জগৎখনে ব্যস্ততাৰ মাজত আপোন পাহৰা হ'ল। দোকান-পোহাৰ, আইন-আদালত স্কুল-কলেজ এই সকলোবোৰ আপোন কামত ব্যস্ত হৈ পৰিছে। দহ বজাৰ পাছত কাৰো গাত তত নাই। সকলোৱে ব্যস্ত। সকলোৱে কামত মগ্ন।

তিনি আলিটো পাৰ হৈ জয়ন্ত চৌধুৰীয়ে ফটোগ্ৰাফীৰ দোকানৰ আগেদি খোজ ল'লে। দোকানৰ দুৱাৰ মুখতে হাতত কেইখনমান ফটো লৈ দেশকৰ্মী রুদ্ৰৰাম মজুমদাৰ থিয় হৈ আছে। জয়ন্তই মাত লগালে, "কলিতাক বিচাৰিছিল বোধহয় ?"

"কলিতা ? কলিতাক এতিয়া ক'ত পাব ?"

"কেলেই ? নাপাম কেলেই ?"

"সেইবোৰ বহুত কথা। আহক, অলপ আগবাঢ়োঁ।"

মজুমদাৰে আগলৈ খোজ পেলালে। .দোকানখনৰ পৰা অলপ আঁতৰ হৈ তেওঁ কলে, "সীমান্তত যুদ্ধৰ বাতৰি ওলোৱাৰ লগে লগে কিৰণ কলিতাই গৈ কলিকতা পালে। দিন ভাল হলেহে তেওঁ উভতি আহিব। এতিয়া তেওঁৰ কৰ্মচাৰীয়ে দোকান চলাই আছে।"

কলিতাৰ হঠাৎ এই প্ৰস্থান জয়ন্তৰ বাবে এটা বিশেষ খবৰ।

ইয়াৰ আগেয়ে হোৱা সাক্ষাতত কলিতাই এনে ধৰণৰ কোনো ইংগিত দিয়া নাছিল। তেওঁৰ মুখৰ পৰা ওলাই পৰিল, "বোধহয় কিবা কামত কলিকতালৈ গৈছে।"

কথাষাৰ কৈ যেন তেওঁ কোদোৰ বাহৃত হে জুই দিলে। মজুমদাৰে চকু পিৰিকাই তেওঁৰ পিনে চালে; লগতে এবাৰ ওচৰ পাজৰৰ মানুহ দুজনহকো চাই ললে। তাৰ পাছত জয়ন্তৰ কাষ চাপি তেওঁ কলে, "কিমান দিনলৈ মানুহৰ চকুত ধূলি মাৰিব হে? এদিন নহয় এদিন মূলটো ওলাবই। কথাতে কয়, পুৰুষ মৰে ৰণত, নাৰী মৰে বিয়নত। দেশত দুৰ্দিন আহি উপস্থিত হৈছে। এতিয়া ইহঁত পলাইছে। ইহঁতৰ ইমানেই ভয়!"

অনুপস্থিত লোক এগৰাকীৰ প্ৰতি এনে অপমানজনক উক্তি জয়ন্তৰ ভাল নালাগিল। তেওঁ বাধা দি ক'লে, "কিজানি আন কামত হে গৈছে। মিছাতে জধে মধে মন্তব্য দিয়া উচিত নহয়।"

মজুমদাৰে ৰস পাই ক'লে, "ওঁ তেন্তে আপুনিও নাজানে। বেছ, এয়েই প্ৰমাণ যে তেওঁ ভয় খাই পলাইছে। এনেয়ে হলে তিত-পখিলা; ভয় খাবৰ বেলিকাও সোনকালে ভয় খায়।"

জয়ন্তই নামাতিলে। মজুমদাৰে আকৌ ক'লে, "কলিতাৰ ভায়েক অৰূপক জানে নে? সি যেন এটা মূৰ্তিমান ধ্বংসহে; সকলো কথাতে সি মুখ খোলে। গান্ধী, নেহেৰু, শাস্ত্ৰী, সকলোৰে ওপৰত সি মতামত দিয়ে। এই কোমল বয়সতে অৰূপে ককায়েকৰ সম্পত্তিক বাইজৰ সম্পত্তি বুলি দাবী কৰিছে; মোক সি কৈছে যে মোৰ নিচিনা মানুহবোৰ ফচিল হৈ পৰিছোঁ। মানুহৰ ধাৰণা সি আপোনাৰ ভক্ত। সচাঁ-মিছা মই নাজানো। কিন্তু তাৰ কাণ্ড কাৰখানাবোৰ বৰ পৰিতাপৰ বিষয়। অৱশ্যে কিৰণ কলিতাৰ বিৰুদ্ধে সি লগা বাবে আমাৰ বেজাৰৰ কাৰণ নাই।"

জয়ন্তই আন কথা উলিয়ালে, "আপুনি এই ফটোবোৰ লৈ ফুৰিছে কিয়?"

"আমাৰ কমিটিৰ মেম্বাৰ সকলৰ গ্ৰুপফটো। দেশৰ কাৰণে প্ৰয়োজন হলে একেলগে প্ৰাণ দিম বুলি শপত খাই তাৰে স্মৃতি ৰাখিবলৈ আমি এই গ্ৰুপফটো তুলি ৰাখিছোঁ। বাতৰি কাকতত্তো ওলাব। চাওকচোন কেনে হৈছে।" মজুমদাৰে ফটো কেইখন দেখুৱালে।

জয়ন্তই মুখৰ হাঁহিটো চেপি ৰাখিলে। এই গ্ৰুপফটো তোলাটোৰেই আমাৰ অধিক সংখ্যক মানুহৰ জীৱন-দৰ্শনৰ প্ৰকাশ। আমাৰ মানুহে যি কোনো কামৰে স্মৃতিৰক্ষাৰ প্ৰয়োজন বুলি ভাবে। কামৰ ফলাফললৈ লক্ষ্য নকৰে।

"কেনে পালে ফটোকেইখন ?"

"ভালেই।"

"পিছে দামহে বেছি নিলে। কৰ্মচাৰীয়ে কথা কবকে নোখোজে। কলিতা থাকিলে দু-আষাৰ শুনাই দিলোহেঁতেন।" মজুমদাৰে কলে।

ইমান পৰৰ পাছত দৃশ্যটো জয়ন্তৰ চকুত সম্পূৰ্ণভাবে মুকলি হৈ পৰিল। কিৰণ কলিতাৰ বিৰুদ্ধে মজুমদাৰৰ ইমানখিনি অপমানজনক কটু উক্তি প্ৰকাশ কৰাৰ মূলতে কলিতাৰ কৰ্মচাৰীৰ ব্যৱহাৰ।

মজুমদাৰে সুধিলে, "ক'ৰবালৈ যায় নেকি ?"

"এনেয়ে ঘূৰিছোঁ।"

"কিবা কাম-কাজ কৰিছে নেকি ? ডেকা মানুহ, ঘৰৰ ভাৰা পায়, চিন্তা কিহৰ ?"

মজুমদাৰৰ কথাৰ সুৰত জয়ন্তৰ বেকাৰ জীৱনৰ প্ৰতি যে কটূক্তি আছে সেই কথাটো জয়ন্তৰ চকুত ধৰা নপৰাকৈ নাথাকিল। কিছুমান মানুহ যেন পঞ্চমুখীয়া কচু ; কেওপিনে বাঢ়ে। অলপ সময় আগতে মজুমদাৰে কিৰণ কলিতাৰ বিপক্ষে কৈছিল ; এতিয়া তেওঁ জয়ন্তৰ প্ৰতি ইংগিত পেলাইছে। তথাপি মজুমদাৰৰ কথাত খং বা বিৰক্তিৰ তেওঁ

কোনো কাৰণ বিচাৰি নাপালে। ক'ৰ পানী কলৈ যায় তাকে চাবলৈ তেওঁ মজুমদাৰৰ কথাৰ সুৰত গা এৰা দি লাহে লাহে কলে, "ঈশ্বৰৰ কৃপাত চলি আছোঁ।"

"ঠিকেই কৈছে, চলি থকাটোৱেই আচল কথা।"

"চলি আছোঁহে, ক'ৰ পৰা কি হৈছে, গমকে পোৱা নাই।"

"দেশত দুৰ্দিন উপস্থিত হৈছে।"

জয়ন্তই কিনো কব তাকে ভাবি থাকোতেই মজুমদাৰে আকৌ ক'লে, "ন্যায় অন্যায়ৰ কথা নুতুলিব। ন্যায়টো নো ক'ত আছে? সকলোৱে দুবেলা দুমুঠি ৰোজগাৰ কৰাৰ চেষ্টাত আছে। এই মোৰ কথাকে ধৰক, মই গোটেই জীৱনটো—আজি পঞ্চাছ বছৰ হলহি—দেশৰ কামত খাটিছোঁ। কোনোদিনেই আপোন স্বাৰ্থৰ পাছত ঘূৰা নাই। কোনো ৰকমে পৈতৃক মাটিখিনি আধি—মুখচোৱাত দি চলাই আছোঁ। এতিয়া সেইবোৰ চোৱা-চিতা কৰিবলৈ সময় নাপাওঁ। ইমান নিস্বাৰ্থ ভাবে কাম কৰিলো। সকলো মিছা হ'ল।"

ৰুদ্ৰৰাম মজুমদাৰৰ প্ৰথম আৰু প্ৰধান আয়ৰ পথ যে চৰকাৰৰ ঋণ, ৰাইজৰ ধন আৰু নানা ধৰণৰ উৰণীয়া টকা এই কথা জয়ন্তই জানে। তথাপি তেওঁ আশ্বাস দিলে, "মনটো দুৰ্বল নকৰিব।"

"মনৰ জোৰত হে থাই আছোঁ। মন দুৰ্বল কৰা নাই। ৰাইজৰ কাৰণে দেহ-পাত কৰিলোঁ; কিন্তু ফলাফলত নিজৰ একো নহ'ল।"

"এতিয়া এই সময়ত দেশৰ আগত গুৰুতৰ সমস্যা উপস্থিত হৈছে। আন চিন্তা কৰিবলৈ সময় ক'ত? জয়ন্তই কলে।

"ঠিকেই কৈছে। পিছে এটা কথা। দীলিপ ফুকনক যে এটা অনুৰোধ কৰিবলৈ কৈছিলোঁ, মনত আছেনে?"

'আপোনাৰ আত্মীয়ৰ বৃত্তিৰ কাৰণে যে কৈছিল? শিক্ষা-

বিভাগত ফুকনৰ চিনাকি কোনো নাই। আপুনি বৰং কোনোবা মন্ত্রীকেই অনুৰোধ কৰক।"

"আপোনাৰ ধাৰণা, ফুকনৰ দ্বাৰা একো লাভ নহব ?"

"একো লাভ নহব।"

"বাৰু, বেয়া নাপাব। ফুকন আপোনাৰ বন্ধু কাৰণেহে খাতিৰ কৰিছিলো। ফটো কেখন ভাল বুলিছে কাৰণে ভাল পাইছোঁ।" কথাখিনি ভতাতৈয়াকৈ কৈ ৰুদ্ৰৰাম মজুমদাৰে বিদায় ললে।

জয়ন্তৰ মনটো হঠাৎ ভাৱাক্রান্ত হৈ পৰিল। সমাজত দুৰ্যোগ আৰম্ভ হৈছে। এনে স্থলত তেওঁৰ নিচিনা ডেকাসকল বেকাৰ হৈ বহি থকাটো অনুচিত। দীলিপ ফুকনে সঁকিয়াই থকাতো তেওঁ একো কাম হাতত লব খোজা নাই। সমাজৰ পৰিবর্তনৰ কল্পনাত তেওঁ মগ্ন হৈ আছে। ঘৰৰ ভাৰা আৰু হাতত থকা ধন খৰচ কৰি তেওঁ খাই আছে। নিজকে 'সামান্য বুর্জোৱা' বুলি ভাবি তেওঁৰ মনত অনুতাপৰ সৃষ্টি হ'ল। সমাজৰ মূল অর্থনৈতিক ব্যৱস্থাৰ পৰিৱর্তন আনিবলৈ হলে তাৰ আগেয়ে আপোন ব্যৱস্থাৰ পৰিৱর্তন সাধিব লাগিব। আপোন বুলিবলৈ, দায়িত্ব লবলৈ আজি তেওঁৰ কোনো নাই; কিন্তু দেশ এখনৰ মানুহবোৰ আছে, সমাজ এখন আছে। তেওঁ উদ্দেশ্যহীন ভাবে ঘূৰি ফুৰিছে; সৰহদিন এনেভাবে চলিলে মানুহে তেওঁৰ ওপৰত অসৎ উদ্দেশ্য আৰোপ কৰিবলৈ সুচল পাব।

জয়ন্তই উভতি খোজ ললে। কিৰণ কলিতা আৰু অৰূপৰ সম্বন্ধে খা-খবৰ লবলৈ তেওঁ কলিতাৰ দোকানত সোমাল।

## ॥ ছাব্বিছ ॥

অনেকদিন ধৰি জয়ন্ত চৌধুৰী তেওঁলোকৰ ঘৰলৈ নহা দেখি মৰমীয়ে নীতুৰ হাতত তেওঁক দিবলৈ চিঠি এখন দিছিল। জয়ন্তই নীতুৰ হাতৰ পৰা সেই চিঠি লৈ অলপ সংকোচ কৰিছিল। অৱশেষত তেওঁ মৰমীৰ চিঠিৰ উত্তৰ মুখে মুখে দিছিল। তেওঁ কৈছিল যে তেওঁ মৰমীক শিকাবলৈ আৰু নাযায়। কাৰণ প্ৰথমতে তেওঁৰ সময়ৰ অভাৱ; দ্বিতীয়তে তাইৰ আৰু শিকাৰ প্ৰয়োজন নাই।

মৰমীতকৈ বয়সত অনেক সৰু কাৰণে মুমলীয়া ভাতৃৰ আদৰখিনি আদায় কৰাৰ বাহিৰে তাইৰ সম্পৰ্কত কোনো চিন্তা-চৰ্চা কৰাৰ প্ৰয়োজন সি অনুভৱ কৰা নাছিল। কিন্তু জয়ন্তক চিঠি দিবলৈ গৈ তেওঁৰ ভাবাবেগ লক্ষ্য কৰি তাৰ মনত খেলালে যে সি ইমান দিন আওকাণ কৰি অহা কথাটো ফট্‌ফটীয়া হৈ পৰিছে। জয়ন্ত আৰু মৰমীৰ মনত প্ৰেমৰ সৃষ্টি হৈছে। এই সত্যটো পৰিস্ফুট।

জয়ন্তৰ সম্পৰ্কত নীতুৰ অভিজ্ঞতা সীমাবদ্ধ। দেউতাক কমল হাজৰিকাৰ লগত পৰিচিত হৈ জয়ন্ত তেওঁলোকৰ ঘৰলৈ অহা-যোৱা কৰিব ধৰাৰ পৰাহে সি জয়ন্ত সম্পৰ্কে অৱহিত। এতিয়ালৈকে সি মাথোঁ জানে যে জয়ন্ত গুৱাহাটিৰ মানুহ; তেজপুৰত ঘৰ এটা আছে বাবে তেওঁ তেজপুৰতে থকাৰ সিদ্ধান্ত লৈছে। ইমানেই, মৰমীয়ে জয়ন্তৰ বিষয়ে কিমান জানে, এই কথা তাৰ বোধগম্য নহয়। কিন্তু সংসাৰত এনে কিছুমান ৰীতি আছে, যিবোৰৰ নৈসৰ্গিক ধৰ্মই এনেকুৱা যে পৰ আপোন হয়, দূৰ ওচৰ চাপে; দূৰলৈ যোৱা জন অন্তৰৰ সন্নিকট হয়। অন্তৰৰ পৰা নিঃসাৰিত কিবা এক কৰুণ ৰসে এনেদৰে

সংযোগ-সাঁকো সাজে। মৰমী বুদ্ধিমতী ছোৱালী; নিশ্চয় তাই জয়ন্তৰ সম্পৰ্কত সকলো কথা জানি লৈছে।

জয়ন্ত আৰু মৰমীৰ সম্পৰ্কত নীতুৱে নীৰৱতা অৱলম্বন কৰিলে। সি জানে সমস্যাটো জয়ন্ত আৰু মৰমীৰ ব্যক্তিগত সমস্যা—সেইয়াবে সমাধানৰ ইংগিতো তেওঁলোকৰ হাতত। তেওঁলোকে আপোন ভৱিষ্যৎ সম্পৰ্কে নিজেই সিদ্ধান্ত লব লাগিব—এই ভবিষ্যৎ যুগ্ম হব পাৰে, অকলশৰীয়া হব পাৰে, পোহৰৰ হব পাৰে, এন্ধাৰবো হব পাৰে। নীতুৱে জানিছে, জয়ন্ত আৰু মৰমীৰ ভাব মণ্ডলৰ মাজত তাৰ অনুপ্ৰবেশ অৰ্থহীন। অনুচিত।

জয়ন্তই কমল হাজৰিকাৰ ঘৰলৈ অহা-যোৱা বন্ধ কৰিছে। কিন্তু নীতুৱে আগৰ দৰে জয়ন্তৰ ঘৰলৈ আহি আছে। মৰমীৰ কথা সি তেওঁৰ আগত ভুলক্ৰমেও নুলিয়ায়। সি জানিব পাৰিছে যে এসময়ত জয়ন্ত চৌধুৰী এগৰাকী সাংবাদিক আছিল। তাৰ নিজৰো সাংবাদিক হোৱাৰ ইচ্ছা। বৰ্তমান যুদ্ধৰ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত এই তেজপুৰতেই অলেখ দেশী-বিদেশী বাতৰি কাকতৰ সংবাদদাতাই আজি ল'ৰা-ধপৰা কৰি আছে। নীতুৰো এনে এগৰাকী সংবাদ-সেৱী হবলৈ মন যায়।

জয়ন্তই ৰাতিপুৱাৰ ৰ'দ গাত লৈ বাৰান্দাত বহি কিতাপ এখন পঢ়ি আছিল। পাছল খোজ পেলাই নীতু আহি ওচৰত থিয় হ'ল। হঠাৎ মূৰ তুলি চাই তাক দেখি জয়ন্তই কলে, "নীতুযে! কেতিয়া আহি এনেদৰে মনে মনে বৈ আছা? আহা, বহা।"

নীতুৱে কলে, "জয়ন্তদা, আপোনাৰ ওচৰলৈ এটা উপদেশ বিচাৰি আহিছোঁ।"

"কোৱা", জয়ন্তই শুনিবলৈ সাজু হৈ কিতাপখন টেবুলত থলে। নীতু বহিল। সি টেবুলৰ পৰা কিতাপখন তুলি লৈ চাই আকৌ থলে। চিন্তাবোৰ জুকিয়াই লৈ সি কবলৈ ধৰিলে, "জয়ন্তদা, মা

দেউতাৰ ইচ্ছা, মই পঢ়ি-শুনি হাকিম মুন্সিফ্ হওঁ; কিন্তু মোৰ ইচ্ছা আন ধৰণৰ। মই সাংবাদিক হবলৈহে বিচাৰোঁ।"

"হঠাৎ সাংবাদিক হবলৈ আগ্ৰহ উপজিল কিয়?" জয়ন্তই সুধিলে।

"হঠাৎ বুলি কথা নাই। আগেয়ে পঢ়াশুনা কৰিম।. মই সাংবাদিকতাক জীৱনৰ কৰ্মক্ষেত্ৰ হিচাপে লোৱাৰ কথাকে ভাবিছোঁ।"

"মই যে এদিন সাংবাদিক আছিলোঁ, তুমি জানানে?"

"জানো; কিন্তু সবিশেষ নাজানো।" নীতুৱে আগ্ৰহেৰে ক'লে।

জয়ন্তই কৈ গ'ল, "কিয় এই পথ মই এৰিলোঁ তাৰ অনেক কাৰণ বিচাৰি উলিয়াব পাৰি। কেইটামান মৌলিক প্ৰশ্নৰ মই মুখামুখি হৈছিলোঁ। বাতৰি কাকতক আমি সত্যৰ আইনা বুলি ধৰি লওঁ। কিন্তু এই আইনাৰ প্ৰতিবিম্ব কিমানখিনি স্বচ্ছ বা ঘোলা হব পাৰে ভাবি নাচাওঁ। বাতৰি কাকতৰ পিঠিৰ পিনে সম্পাদক, সহ-সম্পাদক বাতৰি যোগাওঁতা এই সকলোৱেই কেৱল নাথাকে, তাৰ উপৰিও থাকে কাকতখনৰ মালিক বা স্বত্বাধিকাৰী। বাতৰি পৰিবেশন কৰা বা মতামত প্ৰকাশ কৰাটোৱেই এই স্বত্বাধিকাৰীৰ কাম নহয়; তেওঁৰ অন্যকাম থাকে। এই অন্য কামেই হল প্ৰধান কাম—ইয়াৰ অন্য নাম ব্যৱসায়। ব্যবসায়ত লাভ লোকচানৰ প্ৰশ্ন আছে।"

"কিন্তু আমি যে পঢ়ি আহিছোঁ, বাতৰি কাকতৰ মন্তব্যই দেশৰ আৰু দহৰ চিন্তাৰ খোৰাক যোগোৱাৰ উপৰিত সমাজৰ অগ্ৰগতিত অৱদান যোগায়, ৰাইজৰ মতামত গঢ়ি তোলে, সেই মতামতক সদৰি কৰে।" নীতুৱে কলে।

কথাটো মিছা নহয়; কিন্তু সম্পূৰ্ন সঁচাও নহয়। কাৰণ আমাৰ অগ্ৰগতি হৈছে নে অধঃপতন হৈছে সেই বিষয়ে মই সম্পূৰ্ন স্থিৰমত নহয়। দুই চাৰিজন মানুহৰ হাললৈ অন্যায় ধন আহিছে বা দুই চাৰিজন লোকে নতুন গাড়ী দৌৰাইছে, এই দৃশ্যৰ পৰা তুমি অগ্ৰগতিৰ

উমান পাব নোৱাৰা। বহুত মানুহ অনাটনত ক্লিষ্ট হৈছে। খোৱালোৱাৰ অভাৱত মনৰ দুখত অনেকৰ মৃত্যু হৈছে। আচল প্ৰশ্ন নৈতিক। নীতিৰ ক্ষেত্ৰত আমাৰ মানুহৰ অধঃপতন হৈছে। এটা ছৰতীয়াৰ বাবে আজি আমাৰ মানুহে বিবেকক বিক্ৰী কৰিব পাৰে। পইছা দি সংবাদেই নহয়, সাংবাদিককো কিনা যায়। ও বাৰু, য'ক এইবোৰ। তুমি কিয় সাংবাদিক হব খোজা, তাকে কোৱা।"

"পিচ-ঢলা আলিবাটত বোধহয় আমি মাটি-কাছুৰি বিচাৰিছোঁ। আমি যদি আদৰ্শবোৰ মনতে নাৰাখি সেইবোৰ হাতে কামে লগাব পাৰোঁ, তেন্তে কিবা এটা অৰ্থ হব পাৰে। মোৰ বিশ্বাস, সুস্থ সাংবাদিকতাৰ প্ৰয়োজন সেইবাবেই বেছ।" নীতুৱে কলে।

জয়ন্তই নীতুৰ কথাত যুক্তি বিচাৰি পাই কলে, "আগেয়ে পঢ়া-শুনা কৰি লোৱা।"

নীতুৱে কলে, "দেউতাই তাকেই কৈছে। দেউতাই স্কুলত ল'বাৰ অবাধ্যতাৰ উত্তৰ সোঁকাৰে দিছিল। কিন্তু আজি তেওঁৰ মনবো পৰিৱৰ্তন হৈছে। হাকিম-মুন্সিফৰ সপোন তেওঁৰ উৰলি যোৱা নাই, মোক ইন্‌জিনিয়াৰ্ কৰাৰ কথাও তেওঁ একোবাৰ ভাবে; তথাপি মোৰ অবাধ্যতাৰ উত্তৰ এতিয়া তেওঁ সোঁকাৰে নিদিয়ে। তেওঁ কৈছে, আগে পঢ়াশুনা কৰ; তাৰ পাছত যি ভাল যেন দেখ কৰিবি।"

জয়ন্তই কলে, "তেওঁ সঠিক উপদেশ দিছে। মোৰো এই একেই উপদেশ।"

নীতুৱে হাঁহি পেলালে। জয়ন্তই সেই হাঁহিত যোগ দি কলে, "এটা প্ৰেছ খোলাৰ কথা ভাবিছোঁ। কেনে হব?"

এনে সময়তে দৰ্প বাহাদুৰে দুকাপ চাহ দি গ'ল। নীতুৱে তাক সুধিলে, "ভালে আছ?" সি মূৰ দুপিয়াই আঁতৰি গ'ল। নীতুৱে কলে, দৰ্পবাহাদুৰ আপোনাৰ দৰ্পন। তাৰ মুখ দেখিলেই মই আপোনাৰ মুডৰ খবৰ পাওঁ।"

"মানে ?"

"দৰ্প বাহাদুৰৰ ব্যস্ততা দেখিয়েই মই বুজিব পাৰিছোঁ যে ঘৰলৈ আলহী আহিব।"

"আজি এগৰাকী বন্ধু অহাৰ কথা আছে।" জয়ন্তই কলে।

নীতু যোৱাৰ পাছত জয়ন্ত চৌধুৰীয়ে দিনটো শুই বহি কটালে। চিলঙৰ পৰা অজয় বৰদলৈ অহাৰ কথা আছিল। অজয়লৈ অপেক্ষা কৰি তেওঁৰ ক'লৈকো যোৱা নহ'ল।

আবেলি লহিয়াই গধূলি হ'ল। দৰ্পবাহাদুৰক বজাৰ কৰিবলৈ পঠিয়াই দুৱাৰ মুখলৈ ওলায়েই তেওঁ অধ্যাপক যামিনী চেটাৰ্জিক দেখা পালে। চেটাৰ্জিয়ে তেওঁক তেনে অৱস্থাত দেখি সুধিলে, "ক'ৰবালৈ ওলাইছে নেকি ?"

জয়ন্তই কলে, "অতিথি সাক্ষাৎ ভগবান। আহিছে যেতিয়া আহক দুমিনিট বহি যাওক।"

অধ্যাপক চেটাৰ্জি আহি ভিতৰ সোমাল। তেওঁ কলে, "আপোনাক মাত লগাবলৈ হে আহিলোঁ। চীনৰ আক্ৰমণ সম্পৰ্কে আমাৰ বুদ্ধিজীৱি সকলৰ হায়দৰাবাদত চেমিনাৰ হ'ব। তালৈকে এইফালৰ ডেলিগেট্ হিচাপে ওলাইছোঁ।"

জয়ন্তই কথাষাৰ শুনি প্ৰায় জিভাত কামোৰ খালে। তেওঁ কলে, "এই সময়ত চেমিনাৰ পাতি কিবা লাভ হব নে ? আন দেশৰ কথা শুনিছোঁ তাত বোলে বুদ্ধিজীৱি সকলে আন সৰ্ব-সাধাৰণৰ দৰে ট্ৰাক চলায়, এম্বুলেঞ্চ চলায়, পানী যোগায় ; প্ৰয়োজন হলে যুদ্ধও কৰে। এই সময়ত যুদ্ধ উচিত নে শান্তি প্ৰয়োজনীয় এনে একাডেমিক আলোচনাৰ কোনো মূল্য নাই। আমাৰ ভুল এইখিনিতেই যে আমি স্থান-কালৰ কথা পাহৰি যাওঁ।"

অধ্যাপক চেটাৰ্জিয়ে বুজি পালে যে জয়ন্তৰ আপত্তি ব্যক্তিগত

আপাত্ত নহয়; সমীক্ষা ললে ই জনগণৰ আপত্তি বুলি প্ৰমাণিত হ'ব। কিন্তু বুদ্ধিজীৱিয়ে বাট নেদেখুৱালে কোনে দেশক বাট দেখুৱাব? তেওঁ জয়ন্তৰ কথা শুনি কোনো ভাবাবেগ প্ৰকাশ নকৰি ক'লে, "আপুনি যদি ভাবে যে আমি বুদ্ধিজীৱি সকলে নিজকে ৰাইজৰ পৰা বেলেগ এবিধ উচ্চস্তৰৰ জীৱ বুলি ভাবোঁ, তেন্তে ভুল কৰিব। আচলতে আমাৰ বুদ্ধিজীৱিসকল আপোন কৰ্তব্য সম্পৰ্কে সজাগ।"

জয়ন্তই আলনাত থকা গামোছা খনেৰে মুখখন মচি কলে, "নবেম্বৰ মাহত সাধাৰণতে জাৰ বোধ কৰা যায়। কিন্তু আপোনাৰ কথাবোৰ শুনি মই এতিয়া জ্বৰ ঘামে ঘামিছোঁ।"

চেটাৰ্জিয়ে কথাষাৰত বৰ ৰগৰ পালে। তেওঁ হো-হোৱাই হাঁহি কলে, "আজি এটা বৰ হাঁহি উঠা কথা হ'ল। আমাৰ খাতত কাম কৰা মানুহ এজনে আহি সুধিলে,—এই যুদ্ধখনত তেওঁলোকৰ ভূমিকা কি? মোৰ ইতিহাসৰ জ্ঞানে এই প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে।" এখন্তেক বৈ অলপ গহীন সুৰত তেওঁ আকৌ ক'লে, "গাৰ কাষতে যুদ্ধখন আহি পৰিছে, অথচ মই চেমিনাৰলৈ যাবলৈ ওলাইছোঁ। আচলতে যুদ্ধখনক মই কোনোপধ্যেই মানি লব পৰা নাই।"

জয়ন্তই কলে, "বলক, অলপ ঘূৰি আহোঁ।"

দুয়ো বাটলৈ ওলাল। শীত নামিব ধৰিছে। নবেম্বৰ মাহ। সীমান্তত যুদ্ধ চলি আছে। ইয়াত চহৰৰ জীৱন শান্ত আৰু সীমাবদ্ধ। বাহিৰত কাৰো উদ্বেগ নাই, কাৰো চিন্তাৰ প্ৰকাশ নাই। জাগতিক কৰ্মবোৰ একেদৰে চলি আছে। হঠাৎ জয়ন্তই ক'লে, "আপোনাৰ খাতৰ মানুহজনে তেওঁৰ ভূমিকাৰ কথা সুধিছিল নহয়নে? আপুনি উত্তৰ দিব নোৱাৰিলে। ময়ো নোৱাৰিম। আমাৰ দুৰ্ভাগ্য এয়েই যে আমাৰ সকলো চিন্তা আৰু সিদ্ধান্তৰ পৰা সাধাৰণ মানুহ বহিস্কৃত।" চেটাৰ্জিয়ে একো মন্তব্য নকৰিলে।

কিছুমান মানুহ ইতিমধ্যেই ঘৰলৈ ওভতা কাৰণে এতিয়া আলি-

বাটত মানুহ ভাকব। চেটার্জিয়ে সুধিলে, "আমাৰ গণতন্ত্ৰ স্থায়ী হবনে? আপোনাৰ কি ধাৰণা?"

"মোৰ বিশ্বাস, স্থায়ী হব।" জয়ন্তই উত্তৰ দিলে।

"আমেৰিকাই আমাক নিশ্চয় সহায় কৰিব।"

"চিৰদিন কোনেও কাকো সহায় নকৰে। আমি নিজেই নিজকে সহায় কৰিব লাগিব। এই কথা মনত ৰখা উচিত যে ইতিহাসৰ পুনৰাভিনয় নহয়; কোনো দিনেই হোৱা নাই।" জয়ন্তৰ এই কথাত চেটার্জিৰ মনত খেলালে যে যুদ্ধই বাধা নহলেও তেওঁৰ নিজৰ মনটোৱে হায়দৰাবাদৰ চেমিনাৰলৈ যোৱাৰ পথত বাধা হবগৈ পাৰে। তেওঁ এই অস্থিৰ চিন্তাটো মনৰ পৰা জোকাৰি পেলাই কলে, "ইমান সোনকালে যুদ্ধ শেষ হৈ নাযায়। মই গৈয়েই উভতি আহিম।"

তিনি আলিৰ মূৰত অধ্যাপক চেটার্জিক বিদায় দি জয়ন্তই পতুম পুখুৰীৰ পিনৰ আলিবাটেৰে অকলশৰে যাবলৈ ধৰিলে। চেটার্জিৰ কথা চিন্তা কৰি তেওঁৰ নিজৰে আত্ম-বিশ্লেষণ আৰম্ভ হ'ল। তেওঁ নিজে এজন বেকাৰ। কৰ্ম-বিৰতিয়েই তেওঁৰ জীৱনৰ সংকেতিক চিহ্ন। তেওঁনো দেশৰ কি কামত আহিব? হঠাৎ এখন ৰিক্স্ব তেওঁৰ গাৰ কাষত ৰ'ল। ৰিক্স্বৰ পৰা অজয় বৰদলৈ নামিল।

জয়ন্তই আনন্দিত হৈ সুধিলে, "বাচত অহাৰ কথা আছিল যে?"

"ট্ৰেনত আহিলো। তুমি কলৈ ওলাইছা?"

"ব'লা, ঘৰলৈকে ব'লা।"

ৰিকশ্বৱালাক বিদায় দি দুয়ো জয়ন্তৰ ঘৰলৈ খোজ ললে।

## ॥ সাতাইছ ॥

অজয় বৰদলৈ আৰু জয়ন্ত চৌধুৰীয়ে কথা পাতি থকা সময়ত কমল কটকী আহি ওলাল।

কটকীৰ এটা প্ৰেছ আছে। জয়ন্তই কটকীৰ পৰা অভিজ্ঞতা লাভ কৰি নিজেও এটা প্ৰেছ খুলিব খোজে।

কটকীৰ বয়স ছকুৰিৰ কাষ চাপিছে। তেওঁ জয়ন্ত আৰু অজয় উভয়তকৈ বয়সত আগবঢ়া। জয়ন্তই কটকীক অজয়ৰ লগত পৰিচয় কৰি দিলে। অজয় আৰু কটকীয়ে ইজনে সিজনৰ সম্পৰ্কে কিছু কথা খবৰতকীয়াকৈ জানি ললে।

জয়ন্তই কলে, "আপুনি প্ৰেছ সম্বন্ধে কোৱাৰ পাছৰে পৰা মই আপোনাক বিচাৰি আছোঁ।"

কটকীয়ে কলে, "যুদ্ধখনৰ বা-বাতৰি পাই কেতিয়াবা বৰ হতাশ হৈ পৰোঁ। ক'লা আখৰ আৰু ব্লকবোৰ এৰি আন কিবা কৰিবলৈহে মন যায়।"

"মই ভাবোঁ যে প্ৰেছ এটা জীৱিকাৰ বাবে ভাল আছিলা।"

"এই প্ৰেছৰ যোগেদি এটা প্ৰকাশন প্ৰতিষ্ঠান খোলাৰ কথা মই চিন্তা কৰিছোঁ।" কটকীয়ে এইবাৰ অজয়ক সুধিলে, "আপোনাৰ ধাৰণা কি ? তেজপুৰৰ পৰা প্ৰকাশন প্ৰতিষ্ঠান চলাব পাৰিম নে ?"

অজয়ে কলে, "আগেয়ে আপোনাৰ প্ৰেছৰ সম্বন্ধে কওক।

কটকীয়ে কলে, "বেছি দিনৰ কথা নহয়। মোৰ ঘৰৰে পোৰ্টিক'ত এই সৰু প্ৰেছটো খুলিছোঁ। এজন প্ৰিণ্টাৰ ৰাখিছোঁ সি মেচিনটো চলায়। বাকী সকলো কাম মই নিজেই কৰোঁ।"

তিনিওজনে প্ৰেছ সম্পৰ্কে কথা-বতৰা হ'ল। তাৰ পাছত কটকী

যাবলৈ ওলাল। লগুৱাটো ঘৰত নথকা বাবে চাহ দিব নোৱাৰা বাবে জয়ন্তই ক্ষমা বিচাৰিলে।

কমল কটকী যোৱাৰ পাছত এন্ধাৰ নামিবলৈ ধৰিলে। বতৰটো মেঘাচ্ছন্ন। বহা-কোঠাৰ পৰা জয়ন্ত আৰু অজয় দুয়ো উঠি শোৱা-কোঠালৈ গৈ লাইট্ জ্বলালে। কাৰো বাহিৰলৈ যাবলৈ আগ্রহ নাছিল। অজয়ে বিছনাত কাতি হৈ গাৰৈ এখন কম্বল টানি ললে। জয়ন্তই টেবুলৰ কাষত বহি দিনৰ বাতৰি কাকতখন হাতত তুলি ললে।

হঠাৎ কিবা মনত পৰাৰ দৰে অজয়ে কলে, "তোমালোকৰ কথা-বতৰা শুনি মোৰ বৰ ভাল লাগিছে। কিন্তু এটা কথাত মই নিসন্দেহ যে কমল কটকীৰ এই আদর্শ শুকাই খৰখৰীয়া হৈ ফাট মেলিবলৈ বেছিদিন নালাগিব।"

জয়ন্তই বাধা দি কলে, "তোমাৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰা হে তুমি এনেকৈ কৈছা। ব্যক্তিগত অভিজ্ঞতাৰ দ্বাৰা সকলো পৰিস্থিতিৰ জোখ লোৱাটো উচিত নহয়। লেখক বা প্রকাশক মই নহওঁ। নিজেও এটা প্রেছ খোলাৰ কথা ভাবিছোঁ বাবেহে মই এনে কথাৰ মাজলৈ সোমাইছোঁ।"

অজয়ে স্বীকাৰোক্তিৰ সুৰত ক'লে, "অনেক কল্পনা আদর্শ হিচাপে খুব ভাল। কিন্তু কার্যকৰী নোহোৱালৈকে এইবোৰ অর্থহীন। মই বহুতো সাহিত্যিক লগ পাইছোঁ যিসকলে পাম্পিট বিক্রী কৰি খোৱাত লাজবোধ নকৰে। এইবোৰ চিন্তা কৰিয়েই আজি বহুদিন ধৰি মই সাহিত্য-সৃষ্টিৰ বাট পৰিহাৰ কৰি আহিছোঁ। অৱশ্যে এইবোৰ সন্তালনি কৰি কোৱা বিধৰ কথা নহয়।"

বৰষুনৰ টোপাল পৰিবলৈ ধৰিলে। খোলা খিৰিকিৰে শীতল বতাহ বৈ আহিল। জয়ন্তই উঠি খিৰিকিৰ ওচৰ পালে। দূৰত আলিবাটত ঘৰলৈ ওভতা মানুহৰ দল। দুখন মিলিটাৰীৰ গাড়ী প্রবল বেগেৰে গ'ল। বৰষুনৰ টোপালৰ ঘনত্ব আৰু বেগ বেছি হৈ অহা বাবে জয়ন্তই খিৰিকখন জপাই থলে।

## ॥ আঠাইছ ॥

বাত্তিপুৱা শুই উঠি জয়ন্ত চৌধুৰীয়ে একে কোঠালিত শুই থকা অজয় বৰদলৈক কলে, "আজি মই দীলিপ ফুকনৰ লগত ফুৰ্টহিললৈ যাম। গধূলি ঘূৰি আহিব নোৱাৰিম। কালিহে আহিব পাৰিম। তুমি ইতিমধ্যে যোৱাৰ প্ৰশ্ন নুতুলিবা।"

অজয়ে বিছনাৰ পৰা নুঠাকৈয়ে কলে, "অসম্ভৱ। আজি গধূলিৰ ট্ৰেনত মই যাবই লাগিব।"

"কেলেই? বীণাই খং কৰিব নেকি?"

"বোধহয়। তাতোকৈ ডাঙৰ কথা, বেছিদিন থাকিলে তোমাৰ বিষয়ে বেছি কৈফিয়ৎ দিব লাগিব।"

"কিয়?"

"তুমি জানাই, বন্দনা বীণাৰ কেনে লগৰী আছিল। কৌতূহল হোৱাটো স্বাভাৱিক।"

জয়ন্তই কোনো প্ৰত্যুত্তৰ নকৰি খিৰিকি খুলি দিলে। পাতল বতাহ ভিতৰলৈ বৈ আহিল। তেওঁৰ চকুখুৰি চলচলীয়া হোৱাৰ দৃশ্যটো তেওঁ অজয়ৰ পৰা লুকুৱাবলৈ চেষ্টা কৰিলে। বন্দনাৰ কথা ওলালত তেওঁৰ মনটো বিষাদময় হৈ পৰিল।

অজয়ে কলে, "এনেকৈ থকাৰ কোনো অৰ্থ নাই।"

"তাৰ মানে কি? তুমি কি কৰলৈ বিচাৰিছা?"

জয়ন্তৰ মুখত হাঁহি বিৰিঙিল। তেওঁ কলে। "তুমি বিছনাৰ পৰা উঠিবা নে বিছনাতে তোমাক চাহ দিব?"

"মোৰ প্ৰশ্নটোৰ উত্তৰ নাপালোঁ।"

"অনেক প্ৰশ্নৰ উত্তৰ নাথাকে।"

অজয়ে হঠাৎ সুধিলে, "এই চহৰত তোমাৰ কোনোবা প্ৰিয়পাত্ৰী আছে নেকি ?"

"এসময়ত মই এজনী ছোৱালীৰ ঘৰুৱা শিক্ষক আছিলোঁ। মানুহে তিলটোকে তালটো কৰিব পাৰে।"

"তেওঁৰ নাম কি ?" অজয়ৰ জানিবলৈ আগ্ৰহ উপজিল।

"মৰমী। মৰমী হাজৰিকা।"

"দেখিবলৈ কেনেকুৱা ?"

জয়ন্তই হাঁহি পেলালে। "তোমাৰ কথাবোৰো বুৰ্জোৱাধৰ্মী হৈ পৰিছে। বোধহয় বিজিত দত্তৰ সংগই ইয়াৰ কাৰণ।"

"বিজিত দত্তৰ কথা আৰু কাম স্পষ্ট। তেওঁৰ সান্নিধ্যৰ ফল সংক্ৰামক হোৱাটো অসম্ভৱ নহয়।" অজয়ে কলে।

জয়ন্তই মুখ ধুবলৈ আগবাঢ়ি গামোচাখন হাতত লৈ কলে, "বিজিতে মোক বেয়া পায়। কাৰণটো মই জানো।"

"কি ?"

"বিজিতৰ ধাৰণা যে মই তোমাক টানিছোঁ। তেওঁ মোক ক্ষমা নকৰে। বিজিত দত্তৰ বন্ধুপ্ৰীতি আৰু ঈৰ্ষা বৰ প্ৰবল।"

অজয়ে কলে, "বিজিতৰ বাবে কেতিয়াবা মোৰ বৰ দুখ লাগে। টকা-পইছাই তেওঁক সুখ দিব পৰা নাই।"

দৰ্পবাহাদুৰে অজয়ৰ ওচৰত একাপ চাহ আনি থলে। অজয়ে চাহ খাই থাকোঁতেই জয়ন্ত গা ধুবলৈ গ'ল। অজয়ে বিছনাৰ পৰা উঠি মুখ-হাত ধুই আগদিনাৰ কথাবোৰ ভাবিলে। কমল কটকীৰ কথাও তেওঁৰ মনলৈ আহিল।

জয়ন্তৰ গা ধোৱা হলত তেওঁ আহি অজয়ৰ লগত বহিল। দৰ্প-বাহাদুৰে দুয়োকে চাহ আৰু কটি দিলে। অজয়ে কমল কটকীৰ কথা সুঁৱৰি কলে, "কালি আমি থিবোৰ কথা কলোঁ, সেই সকলোবোৰ

আমাৰ কাৰণে সত্য নহবও পাৰে। মই তোমাৰ প্ৰেমৰ আকাংক্ষাটোৰ কথা ভাবিছোঁ।"

জয়ন্তই অজয়ৰ দিশটো ভাবি কলে, "তুমি নো কাৰ কাৰণে লিখিবা? দুখীয়াৰ কথা লিখিলেই অত্যাচাৰীৰ হৃদয় ফাটি পৰিবনে? চহকীৰ কথা লিখিলেই মহাভাৰত অশুদ্ধ হবনে? আচল কথা, সাহিত্যই সমাজৰ বিৱৰ্তনত অৰিহনা যোগাবই লাগিব। শেষ বিচাৰত সততা আৰু মানৱ প্ৰীতিয়েই মূল কথা।"

"অনেক মানুহৰ ধাৰণা, সমাজ-বিৱৰ্তনৰ সম্পৰ্কত সাহিত্যত মাৰ্ক্সীয় সূত্ৰ প্ৰযোজ্য। অৱশ্যে কিদৰে প্ৰযোজ্য, মই ভাবি নাপাওঁ।" অজয়ে কলে।

জয়ন্তই অলপ পৰ চিন্তা কৰি কলে, "কোনো সূত্ৰৰ অৱলম্বনত সমাজ-বিবৰ্তনৰ কথালৈ যাব নোৱাৰি। এইবোৰ কপি-বুকৰ কথা নহয়; তৰ্কৰ কথাও নহয়। মানুহৰ মানসিকতাৰ পৰিৱৰ্তন হোৱাৰ প্ৰয়োজন। তাৰ বাবে বিপ্লৱৰ প্ৰয়োজন। এই বিপ্লব সংবিধানৰ যোগেদি হব লাগিব। সংবিধান-বিহীন বিপ্লৱে প্ৰতি-বিপ্লৱৰ কঠীয়া ৰোৱে; বিপ্লৱেই বিপ্লৱীৰ মূৰ খায়। ফৰাচী বিপ্লৱৰ কথা আমি পাহৰি যাব নালাগে। বিপ্লৱ ঠেলি ৰাখিবলৈ হলে বা সংবিধানৰ যোগেদি বিপ্লৱোত্তৰ অবস্থালৈ উন্নীত হবলৈ হলে দেশৰ দুখীয়া মানুহৰ আৰ্থিক পৰিৱৰ্তনৰো প্ৰয়োজন।"

"আমাৰ দেশৰ মানুহ ইমান অনৈতিক যে কোনো চৰকাৰেই আমাৰ দুখীয়া মানুহৰ আৰ্থিক পৰিৱৰ্তন আনিব নোৱাৰে।" অজয়ে মন্তব্য কৰিলে।

জয়ন্তই মূৰ জোকাৰি প্ৰতিবাদ কৰিলে, "মই তোমাৰ দৰে নিৰাশাবাদী নহওঁ। আমাৰ দেশত অধিক উপাৰ্জন কৰিবলৈ মানুহ বলিয়া; এই উপাৰ্জনৰ অধিক অংশই ক'লা টকাত পৰিণত হৈছে। মানৱ-প্ৰীতি আৰু সামাজিক পৰিৱৰ্তন সম্বন্ধে দৰ্শনৰ

সাঁথনি সুদৃঢ় আৰু বাস্তৱ নহলে কোনো শ্লোগানেই সহায় কৰিব নোৱাৰে।"

"তোমাৰ লগত আলোচনা কৰিবলৈ হলে তেজপুৰত মই সৰহদিন একেৰাহে থাকিব লাগিব।' অজয়ে কৈ উঠি কাপোৰ সলাবলৈ ললে।

"সৰহদিন একেৰাহে থাকা। ভাল পাম।"

"যোৱাবেলি আহোঁতে অধ্যাপক চেটাৰ্জিয়ে মোক ঘৰলৈ লৈ গৈছিল। মানুহজন নিৰীশ্বৰ যেন লাগিল। তোমাৰ লগত মোৰ এটা কথাত মিল আছে: আমি দুয়ো ঈশ্বৰত বিশ্বাসী। তুমি বিপ্লৱী হৈও ঈশ্বৰত বিশ্বাস ৰাখা; মই চিনিক হৈও ঈশ্বৰত বিশ্বাস ৰাখোঁ। আচলতে মই চিনিক নহওঁ; মোৰ জীৱনৰ গতিতেই ক'ৰবাত কেণা লাগিছে। কিন্তু বাকী আন কথাত আমাৰ দুয়োৰো ব্যৱধান বাঢ়ি আহিছে। আমি এতিয়া নৈৰ ইপৰীয়া আৰু সিপৰীয়া লোকৰ নিচিনা।"

জয়ন্তই মিচিকিয়াই হাঁহি ক'লে, "মোৰ মানত ভাত-মুঠিৰ মূল্য সৰ্বাধিক।"

জয়ন্ত নিজেও সাজু হবলৈ ধৰিলে। হঠাৎ মনত পৰাৰ দৰে তেওঁ সুধিলে, "বিজিতে তোমাৰ সম্পৰ্কে এটা কথা কৈছিল, কম নে?"

"কোৱা।"

"দীলিপ ফুকনৰ শ্ৰীমতীক চিনি পোৱানে?"

"চিনি পাওঁ। তেওঁৰ নাম অৰুনিমা। আমাৰ চিলঙৰে ছোৱালী।"

"তোমালোকৰ মাজত কিবা মন দিয়া-দিয়ি আছিল নেকি?"

"এনে এটা কথা ওলাল কেনেকৈ? ই একেবাৰেই মিছা। মই তেওঁক চিনি পাওঁ। ইমানেই।" অজয়ৰ কথাৰ সুৰত বিৰক্তি প্ৰকাশ পালে।

"বিজিতৰ তেনেকুৱা ধাৰণা। সেইবাবে তেওঁ অকনিমাৰ স্বামী দীলিপ ফুকনক ভাল নাপায়।"

এনেতে জয়চন্দ্ৰনক সেইপিনে অহা দেখি আলোচনা বন্ধ কৰি জয়ন্তই মাতিলে, "আহক, আজিৰ বাতৰি কি?"

জয়চন্দ্ৰনে কোঠালিলৈ সোমাই আহি কলে, "যুদ্ধৰ বাতৰি ভাল নহয়। যি কোনো সময়তে ভয়ানক উদগীৰণ হব পাৰে। যোৱাকালি ৰাতি কৰ্ণেল ৰামমূৰ্ত্তিৰ লগত ফোনত কথা হৈছিলোঁ। তেওঁ এতিয়া বম-ডি লা ত আছে। মোৰ ব্যক্তিগত খবৰ ভাল নহয়। বদলিৰ সম্ভাৱনাৰ কথা মই আপোনাক কৈছিলোঁ। এতিয়া বদ্‌লিৰ টেলিগ্ৰাম আহিছে। লগে লগে ৰিলিভাৰ আহি হাজিৰ।"

জয়ন্তই অজয়ৰ লগত তেওঁক পৰিচয় কৰি দি সুধিলে, "হঠাৎ?"

জয়চন্দ্ৰনে উত্তৰ দিলে, "বোধহয় কোনোবাই মোৰ বিৰুদ্ধে কৰ্তৃপক্ষ লগাইছে মই প্ৰত্নতত্ত্বৰ ৰিচাৰ্চ কৰাটো গম পাই অনেক শত্ৰুৰ সৃষ্টি হৈছে। যুদ্ধখন আমি কেৱল সীমান্ততে যুযুজোঁ; আমাৰ কেৰিয়াৰতো যুঁজিব লাগে। আগৰ দিনত এনে ৰিচাৰ্চ কৰাজন পুৰস্কৃত হৈছিল। এতিয়া এইবোৰ কৰা মানেই যি সকলে একো কৰিব নোৱাৰে তেওঁলোকৰ চকুৰ শূল হোৱাটো। মোৰ আক্ষেপ ৰ'ল এই বুলি যে মই তেজপুৰত থিচিচ্‌খন সমাপ্ত কৰিব নোৱাৰিলোঁ।"

জয়চন্দ্ৰন অলপ উত্তেজিত হৈছিল। তেওঁৰ মনৰ অৱস্থা বুজিব পাৰি জয়ন্তই কলে, "আপুনি বিভাগীয় অনুমতি লৈয়েই গৱেষণা কৰিছিল; এনে স্থলতো বাধা পালে। মই আপোনাক সান্ত্বনা দিব খোজা নাই। কিন্তু এইটো ধ্ৰুৱ-নিশ্চিত যে এদিন আমাৰ মানুহৰ মনৰ পৰিৱৰ্তন সাধিবই লাগিব। মেচমেচীয়া এটা ক'লা ভবিষ্যৎ লৈ আমি বাচি থাকিব নোৱাৰোঁ।"

জয়চন্দ্ৰনে কথা বঢ়াবলৈ ইচ্ছা নকৰিলে। তেওঁ ঘৰটো এবাৰ সম্পৰ্কত জয়ন্তৰ লগত তুষাৰমান কলে। জয়ন্তই সম্মতি জনালে।

জয়চন্দ্ৰনে কওঁ নকওঁকৈ কলে, "মানুহে ভাবিব যে মই যুদ্ধৰ ভয়ত পলাইছোঁ। আচলতে ইচ্ছা থকাতো মই থাকিব নোৱাৰোঁ।"

পৰৱৰ্তী অফিচাৰক চাৰ্জ বুজাই দিব লাগে বুলি জয়চন্দ্ৰনে বিদায় লোৱাৰ পাছত জয়ন্তই কলে, "মই এতিয়া দিলীপ ফুকনৰ ঘৰলৈ যাম। তাৰ পৰা তেওঁৰ লগত ফুট্‌হিলিলৈ যাম। বোধকৰোঁ আত্মৰক্ষাৰ বাবে মই মানসিক প্ৰস্তুতি বিচাৰিছোঁ। তুমি আজিৰ দিনটো থাকিব নোৱাৰা নে? মই অহাকালি উভতি আহিম।"

"সম্ভৱ হলে থাকিলোঁ হেঁতেন।"

"মই আছোঁ। দৰ্পবাহাদুৰে তোমাক সকলো যা-যোগাৰ দিব। সি বৰ বিশ্বাসী।"

## ॥ ঊনত্ৰিছ ॥

অজয় বৰদলৈয়ে জয়ন্ত চৌধুৰীৰ পৰা এটা খবৰ লুকুৱালে। অজয়ৰ পত্নী বীণাৰ কিছুদিনৰ পৰা শৰীৰৰ অৱস্থা ভাল নহয়; মনো বিষাদগ্ৰস্ত। তেওঁ এই কথাটো জয়ন্তৰ পৰা লুকুৱালে; কাৰণ জয়ন্তই শুনি দুখ পাব। বন্দনাৰ লগৰী আছিল বাবে বীণাৰ প্ৰতি জয়ন্তৰ কৃতজ্ঞতা অপৰিসীম। বন্দনাৰ মৃত্যুৰ লগতে অতীতৰ সকলো দৃশ্যৰ সমাপ্তি হোৱা নাই; কেতবোৰ দৃশ্য স্মৃতিৰ পটত উজ্জ্বল হৈ আছে। বীণাৰ অসুখ বুলি শুনিলে জয়ন্তৰ মনত সেই অতীতৰ দৃশ্যবোৰৰ ছায়া পৰিব। বীণাৰ কি অসুখ ডাক্তৰেও কব নোৱাৰে; স্বৰূপাৰ্থত কোনো বিশেষ চিকিৎসাৰো সম্ভৱ নহয়। বীণাই সদায় মন মাৰি থাকে। হিচাপৰ ভিতৰত সেইটোৱেই অসুখ। সেইবাবে অজয়ে কেতিয়াও বেছিদিন বাহিৰত থাকিব নোৱাৰে।

জয়ন্ত চৌধুৰী যোৱাৰ পাছত তেওঁ কোৱা কথাবোৰ অজয়ৰ মনলৈ আহিল। দীলিপ ফুকনৰ লগত অজয়ৰ পৰিচয় নাই। ফুকনৰ স্ত্ৰী অৰুনিমাক তেওঁ চিলঙৰ ছোৱালী বাবেহে চিনি পায়। কিন্তু অৰুনিমাৰ অতীতটোৰ লগত তেওঁৰ অতীতটো মানুহে সাঙুৰি লৈছে, বিজিত দত্তই কিবা দিয়া-দিয়ি থকা বুলি বিশ্বাস কৰে। এই সম্পূৰ্ণ মিছা কাহিনীটো বিজিতে বিশ্বাস কৰিছে, বিশ্বাস কৰি ফুকনক বেয়া পাবলৈ লৈছে—যেন ফুকনে অৰুনিমাক অজয়ৰ পৰা কাঢ়িহে লৈছে। অজয়ৰ মনত এটা নতুন চিন্তাৰ উদয় হ'ল। তেওঁ বীণাৰ মনৰ বিষাদৰ সূত্ৰ বিচাৰি পালে। এনে হবও তো পাৰে যে বীণাই অজয়ৰ সততাক অবিশ্বাস কৰিছে; সেইবাবেই বীণাৰ এই মতিভ্ৰম। এই চিন্তাটো মনলৈ অহাৰ লগে লগে অজয়ৰ অতি শীঘ্ৰে ঘৰলৈ উভতিবলৈ ইচ্ছা ওপজিল।

তেজপুৰত কৰণীয় কামবোৰ সোনকালে সমাধা কৰিবলৈ চেষ্টা কৰি অজয়ে লৰা-ধপৰা কৰিব লগা হ'ল। স্পিৰিটৰ যোগান দিয়াৰ বাবে পাব লগা টকা আদায় কৰোঁতে অনেক সময় লাগিল। তেওঁ বজাৰলৈ গৈ শুনিলে যে ছয়বজাত এখন ট্ৰেন তেজপুৰৰ পৰা গুৱাহাটীলৈ চলিব। তেওঁ নিয়মিত সাতবজাৰ ট্ৰেন নগৈ আগধৰি ছয়বজাৰ ট্ৰেনত যোৱাটোকে স্থিৰ কৰি জয়ন্তৰ ঘৰলৈ আহি দৰ্পবাহাদুৰক মাত লগাই ষ্টেচনলৈ গ'ল।

তেতিয়া গধূলি নামিছে। অজয়ে ষ্টেচনলৈ গৈ বাতৰিটো আংশিক সত্য বুলি গম পালে। ছয়বজাৰ স্পেচিয়েল ট্ৰেন ৰাঙাপাৰালৈ যাব। গুৱাহাটীগামী ট্ৰেন আগৰ দৰে সাতবজাত এৰিব। অজয়ে ওয়েটিং ৰুমত বহি বাতৰি কাকত খন মেলি ললে।

"অবদলৈ, কি খবৰ? কেতিয়া আহিল?

অজয়ে মুখ তুলি চালে। সম্মুখত ডাক্তৰ নীৰোদ নাৰ্জাৰী। তেওঁ কলে, "ইয়ালৈ আহি জয়ন্ত চৌধুৰীৰ ঘৰত আছিলোঁ। আজি উভতিম। আপুনি?"

"মই তেজপুৰতেই আছোঁ। ষ্টেচন মাষ্টাৰৰ স্ত্ৰীৰ ব্লাড প্ৰেছাৰ। অৱস্থা ভাল নহয়। তেওঁক চাবলৈকে আহিছিলোঁ। আচলতে ৰেইলৱেৰ ডাক্তৰেই চায়; মোকো মাতিছিল। হাস্পতাললৈ স্থানান্তৰিত কৰিবলৈ দিছোঁ। এতিয়া আপোনাৰ কথা কওক। লৰাছোৱালী কিমান?"

"বিয়া হোৱাৰ বেছিদিন হোৱা নাই।"

"প্লেন কৰিছে, কৰক।" নাৰ্জাৰীয়ে হাঁহিলে।

এনে সময়ত এজনী ছোৱালীয়ে চুটকেচ হাতত লৈ আহি চুটকেচটো থৈ ডাক্তৰ নাৰ্জাৰীক নমস্কাৰ কৰিলে। ছোৱালীজনীৰ মুখলৈ চাই নাৰ্জাৰীয়ে সুধিলে, "তুমি এদিন মোৰ ওচৰলৈ আৰ্মি নাৰ্ছিং চাৰ্ভিছ সম্বন্ধে খবৰ লবলৈ গৈছিলা। নহয়নে?"

"হয়। মৱেই গৈছিলোঁ। মই ৰীতা।"

নার্জাৰীয়ে অজয় বৰদলৈৰ পিনে চাই কলে, "এওঁ নীলাম্বৰ দাসৰ ভাগিনী। আপুনি দাসক চিনি নাপাব।"

অজয়ে তন্দ্ৰাহতৰ দৰে কলে, "মই চিনি পাওঁ।" ৰীতাই চকিতা হৰিণীৰ দৰে তেওঁৰ পিনে চাই চকুযুৰি তললৈ নমালে।

ৰীতা বহিলত ডাক্তৰ নাৰ্জাৰীয়ে সুধিলে, "নাৰ্চৰ চাকৰি পালা নে ?"

"ইণ্টাৰভিউ হৈ গ'ল। তেজপুৰ বা ৰাঙাপাৰাত ৰিপৰ্ট কৰিবলৈ কৈছে। মই ৰাঙাপাৰাত ৰিপৰ্ট কৰিম।"

"ৰাঙাপাৰালৈ ওলালা কিয় ?"

"মোমাইদেৱে যাবলৈ নিদিব। তেওঁ বোধহয় মোক বিচাৰি আহি আছে।" তাই কলে।

ডাক্তৰ নাৰ্জাৰী যোৱাৰ পাছত ৰীতা আৰু অজয় মুখামুখি হ'ল। কোঠালিটোত আন কোনো মানুহ নাই। এগৰাকী মিলিটাৰী অফিচাৰ আহি খন্তেক ইফালে সিফালে চাই আকৌ ওলাই গ'ল। বহুসময় কোনেও একো নকলে। অজয়ে পঢ়া বাতৰি কাকতখনকে আকৌ এবাৰ পঢ়িলে। ৰীতাই এবাৰ বাহিৰলৈ গৈ উভতি আহিল। অজয়ে একো নকলে দেখি ভাবিচিন্তি ৰীতাই ক'লে, "আপোনাক মই চিনি পাইছোঁ। এদিন ৰাতি আপুনি কন্ট্ৰেক্টৰ বিজিত দত্তৰ লগত আমাৰ ঘৰলৈ আহিছিল, তাৰ পাছত একেখন জীপতে গৈছিল; বিজিত দত্তৰ ঘৰতো আপনাক লগ পাইছিলোঁ।"

অজয় বৰদলৈয়ে কি কব ভাবি নাপালে। ৰীতাই আকৌ কলে, "সিদিনা বিজিত দত্তৰ দৰে আপুনিও মোৰ দেহটো ভোগ কৰিবলৈ উদগ্ৰীৱ বুলি ভাবিছিলোঁ। পাছত বুজিলোঁ, মোৰ সন্দেহ মিছা।"

অজয়ে কলে, "এই কথাত সন্দেহ নাই যে তোমাৰ বিষয়ে জানিবলৈ মোৰ আগ্ৰহ হৈছিল।"

ৰীতাই চাৰিওপিনে চাই আন মানুহ অহা নাই বুলি জানি আগৰ সুৰত কবলৈ ধৰিলে, "আপুনি নিশ্চয় ইতিমধ্যে বহুত কিবাকিবি

জানিছে। এই সকলোবোৰ সঁচা নহয়। বিশ্বাস কৰক, বিজিত দত্তই এসময়ত বিয়া কৰিম বুলি কথা দি মোক ভুল পথেৰে চালিত কৰিছিল, মই পাছত হে জানিলোঁ। যে মোমাইদেৱে মোক আগুৱাই দি তেওঁৰ পৰা টকা লৈছিল। হৰিণাৰ মঙহৰ দৰে মোৰ দেহটোৱেই কাল হ'ল। মই বেচা-কিনাৰ সামগ্ৰী হ'লো।"

অজয়ে জানে যে বীতাই তেওঁক এইবোৰ কোৱাৰ একমাত্ৰ কাৰণ এই যে তাই কাৰোবাক কবই লাগিব। সেইবাবে তেওঁ তাইৰ কথাত বাধা নিদিলে।

"মই বুজিছোঁ যে মই পাপ কৰিছোঁ। বিজিত দত্তৰ সংশ্ৰৱৰ পৰা পলাই বাচিবলৈ চেষ্টা কৰিলোঁ। এতিয়া ৰাঙাপাৰালৈ গৈ তাৰপৰা মিলিটাৰী নাৰ্চৰ লগত আৰ্মিৰ বিশেষ ট্ৰেনত ট্ৰেইনিঙৰ বাবে পুণালৈ যাব পাৰিম।" তাই কলে।

আগেয়ে অজয়ে বিজিত দত্তৰ দিশটোহে দেখিছিল; বীতাৰ দিশটোলৈ লক্ষ্য কৰা নাছিল। তেওঁৰ চকুৰ আগত নতুন দিগন্ত মুকলি হ'ল। অজয়, বিজিত, অধ্যাপক যামিনী চেটাৰ্জি, জয়চন্দ্ৰন, জয়ন্ত চৌধুৰী আদিৰ দৰে বীতাৰো এখন নিজস্ব জগৎ আছে। সেই জগৎ স্বয়ং সম্পূৰ্ণ। বীতাই তাত সকলো আপোন সমস্যা নিজেই সমাধান কৰিবলৈ বাধ্য হৈছে। তেওঁ কলে, "হয়তো নতুন ঠাই তোমাৰ ভালেই লাগিব।"

ষ্টেচনত ঘণ্টাৰ কোব পৰিল। ষ্টেচনত ৰৈ থকা ট্ৰেন খনৰ যোৱাৰ সময় হ'ল। বীতাই উঠি অজয়ক নমস্কাৰ জনাই বিদায় ললে।

বীতা আগবাঢ়ি গৈ ট্ৰেনত উঠাৰ পাছত অজয়ে প্লেটফৰ্মত থিয় হৈ ভাবিলে যে মানুহৰ ভৱিষ্যৎ অন্তহীনভাবে সম্ভাৱনাময়। বীতাই ওৰা এটাত বহি আন মানুহৰ পৰা একাষৰীয়া হৈ খিৰিকিৰে অজয় বৰদলৈৰ পিনে চাই ৰ'ল। অজয়ে বিদায় দি হাত জোকাৰিলে। তাইৰ মনত এইবুলি সান্ত্বনাৰ সৃষ্টি হ'ল যে অন্ততঃ এজন মানুহে তাইক বিদায় দিছে। তাইৰ চকুযুৰি চলচলীয়া হ'ল বাবে তাই মুখ ঘূৰাই চলন্ত

ট্ৰেনৰ বিপৰীত খিবিকিবে দৃষ্টিৰ পৰিধিৰ পৰা আঁতৰি যাবলৈ ধৰা গছ-বন-ঘৰবোৰৰ পিনে চকু দিলে। হঠাৎ তাইৰ বুকুখন নিৰুদ্ধ কান্দোনত ভাঙি পৰিল।

ৰীতা যোৱাৰ পাছত অজয় বৰদলৈয়ে প্লেটফৰ্মত খোজ দি সময় কটাবলৈ ধৰিলে। ৰীতাৰ এই শৃংখল ছিঙাৰ অসীম সাহসে আওপাকে তেওঁৰ বুৰ্জোৱা মনোবৃত্তিতেই কুঠাৰাঘাত কৰিলে। তেওঁ নিয়ম মানি চলিব খোজে, এক হিচাপত তেওঁ সুখ-সন্ধানী, আৰামৰ বাবে তেওঁৰ অত্যাগ্ৰ হেঁপাহ; কিন্তু নতুনলৈ উত্তৰণৰ সাহস তেওঁৰ নাই।

সাতবজাৰ নিয়মিত ট্ৰেনৰ বাবে টিকটটো কিনি তেওঁ আকৌ ওৱেটিং কমত গৈ বহিল। এতিয়া দুই এজনকৈ মানুহ আহি ওৱেটিং কমত বহিছে। অলপ অস্বস্তি অনুভৱ কৰি তেওঁ উঠি আহি প্লেটফৰ্মত খোজ পেলালে। ৰোগাক্ৰান্তা পত্নী বীণাৰ কথা ৰবকৈ মনলৈ আহিলত অশান্তি পাই তেওঁ আকৌ আহি ওৱেটিং কমত বহি বাতৰি কাকতত মন দিলে। অলপ পৰৰ পাছত ট্ৰেন আহি প্লেটফৰ্ম পোৱাত ওৱেটিং কমৰ মানুহবোৰ বাহিৰলৈ ওলাল। অজয়ে উঠিবলৈ উপক্ৰম কৰিলে। হঠাৎ সম্মুখত নীলাম্বৰ দাসক দেখি তেওঁ ভূতে পোৱা মানুহৰ দৰে চক্ খালে।

নীলাম্বৰ দাসে সুধিলে, "মোৰ ভাগিনী ৰীতাক দেখিছে নেকি?"

সত্যটো অনুচ্চাৰিত ৰখাৰ প্ৰয়োজন অনুভৱ কৰি অজয়ে কলে, "মই দেখা নাই।"

"মই তাইক পাত পাত কৰিও বিচাৰি পোৱা নাই। তাই ক'ৰবালৈ পলাইছে।"

নীলাম্বৰ দাসৰ এই কথাৰ মূৰত কোনো কথা কোৱাৰ প্ৰয়োজন নাই বুলি জানি অজয় বৰদলৈয়ে বেগাবেগিকৈ ওলাই আহি ট্ৰেনত উঠিল।

॥ ত্ৰিছ ॥

কেৰুচ্ কেৰুচ্……। দূৰৰ পৰাই জয়ন্ত চৌধুৰীয়ে প্ৰেছৰ শব্দ শুনিবলৈ পালে। তেওঁ প্ৰেছলৈ সোমাই আহিল। প্ৰেছটো কমল কটকীৰ ঘৰৰ পোটিকত। কটকীৰ ঘৰলৈ প্ৰেছৰ মাজেদি সোমাব পাৰি, আন দুৱাৰেদিও সোমাব পাৰি। প্ৰেছটোৰ নাম অসীমা প্ৰেছ। কমল কটকীৰ প্ৰথম প্ৰেমিকাৰ নাম হেনো অসীমা ভট্টাচাৰ্য আছিল; কটকীৰ অসীমা প্ৰেছ মানে যে অসীমা ভট্টাচাৰ্য প্ৰেছ এই কথা অসীমাই হেনো জানে। কমল কটকীয়ে এইবোৰ গোপন খবৰ জয়ন্তক দিছে। অসীমা এতিয়া ক'ত আছে, তেওঁৰ বিয়া হৈছে নে নাই, এই খবৰ জয়ন্তই নাজানে। এই সম্পৰ্কে কটকীয়ে সাধাৰণতে নীৰৱতা অৱলম্বন কৰে। তাৰ কাৰণো আছে। কমল কটকী বিবাহিত। তেওঁৰ স্ত্ৰীৰ নাম সুষমা। সুষমাই মনে মনে প্ৰেছটোৰ নাম সুষমা প্ৰেছ হোৱাটোকেই পছন্দ কৰে। অৱশ্যে কটকীয়ে তেওঁক বুজাই থৈছে যে প্ৰেছটোৰ নাম অসীমা দিয়াৰ মূলতে তেওঁৰ মনৰ অসীম কামনা অৰ্থাৎ এই অসীমা প্ৰেছেই এদিন অসীম ৰূপ লৈ বৈদ্যুতিক প্ৰিণ্টিং অফ্‌ছেট্ আদি ব্যৱস্থাত আহল বহল হৈ দেশৰ কোনত এটি মুখ্য প্ৰেছত পৰিণত হব—এই ধাৰণা আৰু উচ্চাশাৰ পৰিপ্ৰেক্ষিতত হে প্ৰেচটোৰ নাম অসীমা প্ৰেছ দিছে। সুষমাই আচল ইতিবৃত্ত নাজানে। এই কাহিনীও জয়ন্তই কমল কটকীৰ পৰাহে জানিছে।

কেৱল পোৰ্টিক'ৰ মুখতেই অসীমা প্ৰেছ বুলি লিখা নাই; ভিতৰতো অসীমা-প্ৰেছ বুলি ডাঙৰ আখৰৰ চাইন-বোৰ্ড এখন আঁৰা আছে। সেই চাইন-বোৰ্ড খন পছন্দ নোহোৱাৰ কাৰণে ভিতৰতে ৰাখি বাহিৰত নতুন

ডাইন বোৰ্ড এখন আঁৰি দিছে। জয়ন্তই আৰু অলপ আগুৱাই গৈ প্ৰিণ্টাৰ জনৰ ওচৰলৈ গ'ল। প্ৰিণ্টাৰ জনক দেখি তেওঁ অলপ থমকি ৰ'ল। সিও তেওঁৰ পিনে চকু দিয়েই হাতৰ কাম এৰি স্থবিৰৰ দৰে থিয় হৈ ৰ'ল।

"তুমি ইয়াত ?"

সি নিৰুত্তৰ।

"তুমি কিদৰে ইয়ালৈ আহিলা ?" জয়ন্তই আকৌ সুধিলে।

তথাপি সি নিৰুত্তৰ। লৰাজনৰ বয়স ওঠৰ উনৈছ বছৰমান হ'ব। ল'ৰা মুবুলি ডেকা বুলিবই লাগে। জয়ন্তই তাৰ মুখখনলৈ চালে। তিনি বছৰৰ আগৰ চিনাকি; তথাপি পৰিচিত। এই ল'ৰাজনক পাহৰাটো তেওঁৰ বাবে অসম্ভৱ; সি তেওঁৰ জীৱনৰ এটি বিশেষ পৰ্যায়ৰ লগত জড়িত হৈ আছে। এই ল'ৰাজনৰ নাম গোপাল। জয়ন্তৰ নৱ-বিবাহিতা স্ত্ৰী বন্দনাৰ জুয়ে পুৰি আকস্মিক মৃত্যু হোৱাৰ দুদিন পাছতে তেওঁৰ ঘৰৰ পৰা বন্দনাৰ সাজ-পৰা গহনা, আদি চুৰি হৈ যায়। তেওঁৰ ঘৰত তেতিয়া গোপালে কাম কৰিছিল। ঘৰৰ লগুৱা গোপালক পুলিচে সন্দেহ কৰি গ্ৰেপ্তাৰ কৰে। তাৰ নিজৰ স্বীকাৰোক্তিৰ ফলত বিচাৰত এই ল'ৰাজনৰ শাস্তি হয়। জয়ন্তই সাক্ষী হৈ আদালতৰ কাঠগড়াত থিয় হবলৈ নাপালে। হেৰোৱা কোনো বস্তুৰে সন্ধান পোৱা নগ'ল। কেৱল গোপাল নামৰ এই ল'ৰাজনৰ শাস্তি হ'ল— ছমাহৰ সশ্ৰম কাৰাদণ্ড। জয়ন্তই তাৰ শাস্তি বিচৰা নাছিল; আইন সংগত ভাবে সি শাস্তি পাইছে। বন্দনাৰ সাজপাৰ, সোনৰ অলংকাৰ বোৰ চুৰি কৰি নি গোপালে কি কৰিলে জানিবৰ কোনো উপায় নাই। গোপালে চুৰি কৰিছিল নে নাই, নে আন কোনোবাই চুৰি কৰিছিল; তাকো তেওঁ ন দি কব নোৱাৰিব। গোপালে চুৰি কৰাৰ বিষয়ে আন সাক্ষ্য প্ৰমাণ পুলিচে পাইছিল; সেইবাবেই সি শাস্তি পাইছিল। অৱশ্যে জয়ন্তৰ দেউতাক অমিয়মোহন চৌধুৰী আৰু তেওঁৰ অনুগত আত্মীয় স্বজন সকলৰ ধাৰনা এই যে জয়ন্তই সেইবোৰ নিজেই

বেচি-কিনি খাইছে ; অন্ততঃ গহনা বোৰ তেওঁ বেচিছে বুলি তেওঁৰ আত্মীয় স্বজন সকলৰ স্পষ্ট ধাৰণা। তেওঁলোকৰ মতে গোপালে সম্ভৱতঃ কাপোৰ কানিবোৰ চুৰি কৰিছিল, আদালতত নিৰুপায় হৈ সি গহনাৰ কথা কৈ সৈ কাঢ়িলে। কিন্তু বন্দনাৰ দেউতাক নিৰঞ্জন শইকীয়াৰ বিশ্বাস অটুট আছে ; তেওঁ জয়ন্তক এতিয়াও আপোন ল'ৰাৰ দৰে ভাবে।

একেটা সূত্ৰতে বন্দনাৰ বিয়োগান্ত স্মৃতিৰ লগত গোপালৰ স্মৃতিও জড়িত হৈ ৰ'ল।

জয়ন্তক নীৰৱ হৈ থকা দেখি গোপালে ভয় খালে। সি হঠাৎ আঠুকাঢ়ি তেওঁৰ ওচৰত কাকুতি কৰি কলে, "কটকী বাবুক নকব। তেওঁ মোক ভাল ল'ৰা বুলি জানে। মই ইচ্ছা কৰি চুৰি কৰা নাছিলোঁ। কিয় যে মই চুৰি কৰোঁ মই নিজেই নাজানো।" গোপালে কান্দি পেলালে।

জয়ন্তই গোপালৰ পৰা আঁতৰি আহি তাৰ পিনে ভালকৈ চালে। ল'ৰাজনৰ বয়স বাঢ়িছে, বুদ্ধি হৈছে ; সি অলপ শিক্ষিতও। তথাপি সি চুৰি কৰে ; চুৰি কৰি জেল খাটে। সি কৈছে, সি কিয় চুৰি কৰে সি নিজেই নাজানে।

"জেলৰ পৰা মুকলি হৈ কি কৰিছিলা?"

"দুই এঠাইত কাম বিচাৰি ছিলোঁ। কোনেও মোক ৰাখিব নুখুজিলে। জেল খাটি অহা বুলি গম পালে কোনেও নাৰাখে। শেষত মিলিটাৰীৰ মেছত সৰু সুৰা কিবাকিবি কাম কৰি থাকিলোঁ। সিহঁতেও পাছত মোক খেদি দিলে।"

"কিয়?"

"এজন অফিছাৰৰ ঘড়ীটো মোৰ তম্বুৰ তলত পাইছিল। তেওঁ বিচাৰোতে মোৰ লগত আনৰ ঘড়ী, কলম, ফণি আদি কিছুমান বস্তু ওলাল।"

"সেইবোৰ বেচিবলৈ চেষ্টা কৰিছিলা নে?"

"নাই কৰা।"

"তেন্তে কিয় চুৰি কৰিছিলা ?"

"মই কব নোৱাৰোঁ," সি তলমুৰা হৈ কলে।

জয়ন্তই বুজিলে যে যদি গোপালৰ কথা সঁচা হয় তেন্তে সি নিশ্চয় কিবা মানসিক যন্ত্ৰণাত ভুগিছে। তাৰ সেই যন্ত্ৰণা নিৰাময় কৰিব পৰা গলে তাৰ চুৰি কৰা ইচ্ছাটোৰো পৰিসমাপ্তি ঘটিব। সেই যন্ত্ৰণাটো কি জনাটো সম্ভৱ নহয়, গোপালে নিজেও এই বিষয়ে অৱহিত নহয়; কিন্তু প্ৰকৃত চেষ্টাৰ দ্বাৰা তাৰ সমস্যাৰ সমাধান সম্ভৱ হব পাৰে। অৱশ্যে গোপালে সঁচা নকবও পাৰে; সি হাড়ে-হিমজুৰে মিছলীয়া আৰু অপৰাধী হেৱাটোও সম্ভৱ।

জয়ন্তই উভতি দুৱাৰ মুখলৈ খোজ ললে। গোপালে আগুৱাই আহি আকৌ মিনতিৰ সুৰত কলে, "কটকী বাবুক নকব। মই জেল খটা বুলি জানিলে তেওঁ নিশ্চয় মোক খেদি দিব। মই খাবলৈ নেপাই মৰিম।"

জয়ন্ত বৈ গ'ল। তেওঁ সুধিলে, "ইয়ালৈ আহিবলৈ তোমাৰ কিমান দিন হ'ল ?"

"মিলিটাৰীয়ে আকৌ এবছৰ জেলত দিছিল। মই জেলৰ পৰা ওলাই অহাৰ কেইদিন মানৰ পাছতে কটকী বাবুক লগ পালোঁ। তেখেতে দয়া কৰি মোক চাকৰি দিছে"

"ঘৰৰ মানুহে তোমাৰ খবৰ লয়নে ?"

"ঘৰৰ লবলৈ এতিয়া কোনো নাই। যোৱা বছৰ দেউতা ঢুকাইছে। মা কেতিয়াবাই ঢুকাইছিল। এতিয়া আমাৰ মাটিতোখৰ আনে দখল কৰি আছে; বোধহয় নীলামত যাব।"

"কটকী আছে নে নাই ?"

"অলপ বহক। তেওঁ এতিয়াই আহিব।" সি চকী এখন ভিতৰৰ পৰা আনি জয়ন্তলৈ আগবঢ়াই দিলে। চকীত বহি জয়ন্তই কলে, "তোমাৰ কাম তুমি কৰি থাকা।"

গোপালে ভবিবে হেঁচুকি দি প্ৰিন্টিং মেচিনটো আকৌ চলাবলৈ ধৰিলে। কেৰুচ্‌ কেৰুচ্‌ খট্‌লং খট্‌লং শব্দ হ'ল। জয়ন্তই পোৰ্টিক'ৰ চাৰি ও কাষে চকু ফুৰাই চালে। ছপা হোৱা কাগজবোৰ দূৰৰ পৰাই তেওঁ পঢ়িবলৈ চেষ্টা কৰিলে। কেইখন মান বিয়াৰ চিঠি ছপা হৈ ধৰিছে।

জয়ন্তই কমল কটকীৰ বাবে অপেক্ষা কৰিবলৈ স্থিৰ কৰিলে।

কটকীৰ স্ত্ৰী সুষমা সম্প্ৰতি ওচৰৰ গাওঁত তেওঁৰ মাকৰ ঘৰত। তেওঁৰ অন্তঃসত্ত্বা অবস্থাৰ প্ৰথম কেইমাহ চলিছে। অলপতে তেওঁ উভতি আহিব। কটকীয়ে বৰ লাজ কৰিছে জয়ন্তক এই কথাটো কৈছিল।

কটকীয়ে চাইকেল এখনত উঠি আহি ঘৰ পালেহি। তেওঁ চাইকেলখন বেৰত আঁউজাই থৈ পোৰ্টিক'লৈ উঠি আহিল। জয়ন্তক দেখি ক্লান্তিৰ মাজতো তেওঁৰ মুখত হাঁহি বিৰিঙিল। তেওঁ মাত লগালে, "বহুত পৰ অপেক্ষা কৰিলে নেকি?"

"অলপ পৰ হৈছে।"

"মই দুখিত। এটা প্ৰয়োজনীয় কামত ওলাই গৈছিলোঁ। আপুনি আহিব বুলি জনা হলে ওলাই নগলোঁ হেঁতেন।"

"মোৰ একো অসুবিধা হোৱা নাই।" জয়ন্তই কলে।

"অজয় বৰদলৈৰ খবৰ কি?"

"তেওঁ এতিয়া চিলঙত।"

গোপালে কমল কটকী আৰু জয়ন্ত চৌধুৰীৰ কথা-বতৰা ভয়ে ভয়ে শুনি গ'ল। সি কাৰো পিনে চাবলৈ সাহস গোটাব নোৱাৰি তলমূৰ কৰি ৰ'ল।

কটকীয়ে গোপালৰ ওচৰলৈ গৈ সুধিলে, "আজি ছাপিবলৈ লোৱা চিঠিবোৰ ছপা হ'ল নে?"

"অলপ বাকী আছে।"

"খৰধৰ কৰা। আজি গধূলি ডেলিভাৰি দিবই লাগিব। চিঠি

নিৰলৈ লোক আহিবই।” তাক নিৰ্দেশ দি কটকীয়ে জয়ন্তক কলে, “ছিঃ আপুনি বহুত সময় অকলে বহি কটালে। আহক ভিতৰলৈ আহক।”

কটকী আগে আগে গ'ল। পাছত জয়ন্ত। মাজৰ কোঠালিত জয়ন্তক বহিবলৈ দি কটকীয়ে কলে, “ঘৈণী ঘৰত নাই।”

“মই জানো”

“প্ৰেছটো কেনে দেখিলে?”

“এয়া আৰম্ভনিহে। কাম কাজ কেনে চলিছে?”

“কাম-কাজ বেয়া চলা নাই। প্ৰেছটো আৰু ডাঙৰ কৰিব খোজোঁ। আপোনাৰ লগত দীঘলীয়াকৈ আলোচনা কৰাৰ ইচ্ছা আছে।”

“আলোচনা ক'ৰবলৈ যথেষ্ট সময় পাম। অৱশ্যে থূলমূলকৈ আপুনি এতিয়াও কথাটো ভাঙিব পাৰে।”

“আপোনাৰ লগ লাগি প্ৰেছ চলাবলৈ ইচ্ছা কৰি কথাটো বহুত-দিনৰ আগৰে পৰাই ভাবি আছোঁ। যদি আপুনি সন্মত হয়, বৰ সুখৰ কথা হব। টকা-পইছাৰ হিচাপ পাছতো কৰিব পাৰিম। দুটা অংশ হব বাবে একোজনৰ গাত বেছি হেঁচা নপৰিব।” কটকীয়ে আগ্ৰহেৰে কলে।

“মই ভাবি চাম।”

“কথাটো আপুনি ভালদৰে ভাবি চাওক। সাধাৰনতে অংশীদাৰ হিচাপে কোনো ব্যৱসায় চলাবলৈ মোৰ ইচ্ছা নাই। কিন্তু আপোনাৰ লগত অংশীদাৰ হবলৈ মই উপযাচি সন্মত হৈছোঁ।” কথাষাৰ কৈয়েই কিবা ভাবি কটকীয়ে আকৌ কলে, অৱশ্যে মোৰ লগত ব্যৱসায়ৰ, অংশীদাৰ হবলৈ আপুনি সন্মত হব নে নাই, সেইটো আপুনিহে বুজিব।”

জয়ন্ত চৌধুৰীয়ে অপ্ৰস্তুত হোৱাৰ নিচিনা কৈ কলে, ‘নাই, মই তেনেকৈ ভবা নাই। মই আন কথাহে ভাবিছোঁ; আন ব্যক্তিগত কথা। অলপ দিনৰ ভিতৰতে মই আপোনাক জনাম।”

কটকীয়ে সকাহ পাই কলে, “বাক আপুনি ভাবি-চিন্তি চাব। ময়ো আন কাম-কাজৰ শৃঙ্খলা আনো। ইফালে ঘৰুৱা লেঠা আছেই। তাৰ উপৰিত সন্মুখত এই যুদ্ধখন।”

জয়ন্তই তিমানতে বিদায় ললে। কটকীয়ে চাহ খোৱাৰ বাবে জোৰ কৰিছিল: আন কাম হাতত থকা কাৰণে তেওঁ গুচি আহিল। কটকীৰ কথাবোৰ ভাবি চাবলৈ তেওঁ মনস্থিৰ কৰিলে। পোৰ্টিক’ৰ দুৱাৰৰ কাষত গোপালক দেখি তাৰ কথা কৈ কটকীক সাৱধান কৰি দিওঁ বুলি ভাবিও একোকে নকৈ তেওঁ আগবাঢ়িল। তেওঁ মনস্থিৰ কৰিলে যে গোপাল সম্পৰ্কে এতিয়া একো নোকোৱাই ভাল। বেচেৰা যদি ভাল হৈছে, অপৰাধ মুক্ত হৈছে, তেন্তে ভালৰে কথা। তেওঁ ক্ৰেইটামান দিন চাব। গোপালৰ মতি-গতি বেয়াৰ পিনে ঢাল লোৱা যেন দেখিলে কটকীক সাৱধান কৰি দিবলৈ তেওঁ যথেষ্ট সময় পাব।

জয়ন্ত যোৱাৰ পিনে একেথিৰে চাই কটকীয়ে এটা নতুন উলাহ অনুভৱ কৰিলে। তেওঁৰ মনত এনে অনুভৱ হ’ল যে জয়ন্ত সেই এগৰাকী মানুহ যাক তেওঁ চিৰদিন বিচাৰি ফুৰিছে, যাৰ সহায় আৰু সহযোগিতা পালে তেওঁৰ এই অসীমা প্ৰেছটোৱে তেজপুৰ চহৰৰ সৰু গণ্ডী পাৰ হৈ দেশত এটা নামজ্বলা প্ৰতিষ্ঠান হৈ উঠিব পাৰিব। কটকীৰ মনটো আনন্দত ভৰি পৰিল। তেওঁ পোৰ্টিক’ৰ ভিতৰলৈ সোমাই গ’ল। তেওঁক দেখি গোপালে থতমত খাই থিয় হৈ ৰ’ল। তেওঁ প্ৰিণ্টিং মেচিনটোৰ ওচৰলৈ গৈ গোপালে কি কৰিছে তাকে চালে। বগা কাগজ এখনত ‘চোৰ’ শব্দটো ছপা কৰা আছে। গোপালৰ চকুযুৰি তললৈ নমোৱা। বিয়াৰ চিঠিবোৰ ছপা কৰাৰ পাছত গোপালে চৰকাৰী হেণ্ড্‌বিল্ এখন ছাপি থোৱাৰ কথা আছিল।

চৰকাৰী হেণ্ড্‌বিল্ নাছাপি গোপালে কিয়নো “চোৰ” শব্দটো ছাপি বিষণ্ণ মনে একেথিৰে সেইপিনে চাই আছে এই কথাটোকে ভাবি কমল কটকীয়ে অবাক হৈ তাৰ পিনে চাই ৰ’ল।

## ॥ একত্রিছ ॥

এতিয়া সীমান্তত সুদীৰ্ঘ নীৰৱতা। এই নীৰৱতা অস্বস্তিকৰ। কি হব বা কি নহব কোনেও কব নোৱাৰে।

টৱাং এৰি আহি ভাৰতীয় সৈন্যই চেলা গিৰিপথৰ ইপাৰত খোপনি লৈছে। ইতিমধ্যে সীমান্তৰ পৰা বহুত পুৰুষ, নাৰী, শিশু নামি আহিছে। তেওঁলোকে চাৰিতুৱাৰ আৰু তেজপুৰত আশ্ৰয় লৈছে। এওঁলোকৰ লগত অঁকাসকলৰ ৰাণীও আহিছে। সৰ্বসাধাৰণ মানুহৰ দৰে বুদ্ধিজীৱি আৰু চৰকাৰী চাকৰিয়াল সকল এই বুলি ভাবি আশ্বস্ত হৈছে যে চীনা সকল দুৰ্গম চে লা গিৰিপথ পাৰ হৈ আহিব নোৱাৰিব।

কামৰ ভিৰ বেছি হৈছে বাবে দীলিপ ফুকন এতিয়া সকলো সময়তে ব্যস্ত। ফুকননীয়ে দেউতাকৰ টান অসুখ বুলি শুনি মাকৰ ঘৰলৈ গৈছে।

নিজৰ ঘৰৰ দুৱাৰ মুখত দীলিপ ফুকনক দেখি জয়ন্ত আনন্দিত হ'ল। তেওঁ মাতিলে, "ভিতৰলৈ আহা। মই এইমাত্ৰ কমল কটকীৰ অসীমা প্ৰেছৰ পৰা আহিলোঁ।"

ফুকনে কলে, "নবহোঁ। উঠা, মোৰ জীপত উঠি লোৱা। বাটে বাটে কথা হুম।"

জীপত উঠি অলপ দূৰ যোৱাৰ পাছত ফুকনে কলে, "চীনা সকলে অন্য এটা পথেৰে চে লা গিৰিপথ অতিক্ৰম কৰিছে। কেপ্টেইন যশপালে তোমাক বিচাৰিছিল। তেওঁ আজি সীমান্তলৈ গ'ল। এতিয়া যুদ্ধ অধিক তীব্ৰ হব।"

মৰাভৰলী নৈৰ পাৰত ঘাঁহত বাগৰি এসময়ত জয়ন্তই কেপ্টেইন যশপাল, কেপ্টেইন মনমোহন আনন্দ আৰু কেপ্টেইন বেদীৰ লগত

অনেক কথা পাতিছিল। বেদীয়ে কৈছিল, "মই ইন্‌জিনিয়ৰ্ কিন্তু মোৰ বন্দুক লবলৈ ইচ্ছা বেছি।" যশপালে নৈৰ পানীলৈ শিলগুটি এটা দলিয়াই কৈছিল, "মা-দেউতাই মোৰ বিয়া পাতিব খোজে; হায়, তেওঁলোকে নাজানে যে আজিৰ এই সময়ত বিয়া মানে ছোৱালীৰ ফুলতে বাঁৰী হোৱাৰ সাধনাহে।" আনন্দই কি কৈছিল তেওঁৰ মনত নাই। কিন্তু তাৰ পৰা আহি ৰেস্তোঁৰাত চাহ খাওঁতে আনন্দই কৈছিল, "বেদী আৰু মই আজি গধূলি সীমান্তলৈ যাম। হয়তো আপোনাৰ লগত এয়ে মোৰ শেষ দিন।" জয়ন্তই কৈছিল, "কোনো দিনেই শেষ দিন নহয়।" আনন্দই আৰু কৈছিল, "মোৰ প্ৰিয় মিঠাই বিধ আজিয়েই মই খাই লম; কাৰণ কালিলৈ মই মৰিব ও পাৰোঁ।"

জয়ন্তৰ পৰা একো সহাঁৰি নাপাই ফুকনে আকৌ কলে, "যশপালে কৈছে যে কেপ্তেইন মনমোহন আনন্দৰ কোনো খবৰ নাই; মৃত্যু হোৱাটোও অস্বাভাৱিক নহয়। কেপ্তেইন বেদীয়ে যুদ্ধ কৰি প্ৰাণ হেৰুৱাইছে; তেওঁ হেনো মানুহৰ অভাৱত ইন্‌জিনিয়াৰ হৈও মেচিন্-গান লৈ যুঁজিছিল।"

"এই সকলোবোৰ স্বাভাৱিক।" জয়ন্তই কলে। তেওঁ অনুভৱ কৰিলে যে জীৱনটোৱে ঘটনা-চক্ৰৰ ঠেলাঠেলিত সহন-শক্তি লাভ কৰে; এনেদৰেই প্ৰতিৰোধৰ ক্ষমতা গঢ়ি উঠে।

"বিশেষ কামত মই ফুট্‌হিললৈ যাম। তুমি যাবা নেকি?" ফুকনে সুধিলে।

"মোক তিনি আলিত নমাই দিয়া।"

"টৱাং বৌদ্ধ মঠৰ শিশু মঠাধক্ষ্যা গৰাকী ফুট্‌হিললৈ আহি আশ্ৰয় লৈছে। দেখিলে ভাল পালাহেঁতেন।"

"মই এতিয়া কি কামত লাগিব পাৰোঁ, কোৱা।"

"এতিয়া মনৰ সাহসটোৱেই ডাঙৰ কথা। চীনা সকল বম্-ডি লা ৰ

ওচৰত। যদি বম্ ডিলাৰ পতন বোধ কৰিব পৰা নাযায়, তেন্তে গুৰুতৰ সমস্যা হ'ব।" ফুকনে কৈ কৈ জীপ ৰাখিলে। জয়ন্ত নামিল। ফুকনে কলে, "তোমাৰ মৰমীয়ে এতিয়া আন ছোৱালীৰ লগ লাগি স্বেচ্ছাসেৱিকা হৈছে। মই লগ পাই তোমাৰ কথা সুধিছিলোঁ। তেওঁৰ মুখখন ক'লা পৰি গ'ল। বোধহয় তুমি কিবা কথাৰে তেওঁক দুখ দিছা।"

জয়ন্তই একো মন্তব্য নকৰিলে। ফুকন যোৱাৰ পাছত তেওঁ বজাৰৰ মাজলৈ সোমাই কিৰণ কলিতাৰ দোকানলৈ আগবাঢ়ি গ'ল। সন্মুখত অবিনাশ শৰ্মা। শৰ্মাই কলে, "কলিতাক বিচাৰিছে নেকি? ময়ো তেওঁক বিচাৰিছোঁ। তেওঁ হেনো কলিকতাতে আছে।"

"বোধহয় তেওঁ তাত শান্তিত আছে।"

"এনেদৰে পলাই ফুৰাৰ কোনো অৰ্থ নাই। চেলা গিৰিপথৰ পতন হোৱাৰ পাছৰে পৰা ৰুদ্ৰৰাম মজুমদাৰে লুইত পাৰ হৈ নগাওঁত গা ঘেলাইছে।"

"মানুহক সমালোচনা কৰি লাভ কি? জয়ন্তই প্ৰতিবাদ কৰিলে।

"মজুমদাৰে যে দেশৰ কাৰণে প্ৰাণ দিওঁ বুলি গ্ৰুপ ফটো উঠিছিল আৰু সেই ফটোবোৰ মানুহক দেখুৱাই ফুৰিছিল! সেইবোৰ এতিয়া কেৱল সোৱৰণি নেকি?" শৰ্মাৰ প্ৰশ্নত ক্ষোভৰ সুৰ।

গধূলি নামিবলৈ ধৰিছে। জেঠী-নেগুৰীয়া দিনৰ শেষ হওঁ হওঁ হৈছে। শৰ্মাৰ লগ এৰি জয়ন্তই ফুটপাথেৰে দুখোজ আগবাঢ়িল। এনেতে এখন নতুন ফিয়েট্ গাড়ী সামান্য শব্দ তুলি তেওঁৰ গাৰ কাষত ৰৈ গ'ল। বিজিত দত্তই মুখত চিগাৰেট লৈ ফিয়েট্‌ৰ ষ্টিয়াৰিং এৰি নামিল।

বিজিতে কলে, "মোৰ হাতত তোমাৰ এখন চিঠি আছে। অজয় বৰদলৈৰ চিঠি। মিচেচ বৰদলৈয়ে মানসিক অস্থিৰতাত ভুগিছে। এইখন অজয়ৰ সেই চিঠি।"

জয়ন্তই চিঠিখন হাতত লৈ সুধিলে, "কিয় এনে হ'ল ?"

"কাৰণ সহজ আৰু স্পষ্ট। মিচেচ বৰদলৈয়ে ঈৰ্ষা নামৰ ৰোগত ভুগিছে। অজয়ৰ চৰিত্ৰত তেওঁৰ তীব্ৰ সন্দেহ।" বিজিতৰ কথাৰ সুৰত বিষাদত কৈ ব্যংগৰ পৰিমাণ বেছি বুলি বুজি পাই জয়ন্তৰ মনটোৱে বেওঁচনীয়া খালে। তেওঁ কলে, "বৰ দুখৰ কথা।"

হঠাৎ বিজিতে ক্ষিপ্ত হৈ উঠি কলে, "তুমি, অজয় আৰু মই সমবয়সী আৰু সহপাঠী। একেলগে কটন কলেজত পঢ়িছিলোঁ। তোমালোক আদৰ্শবাদী কিন্তু মই কোনো আদৰ্শৰ ধাৰ নাধাৰোঁ। অজয়ে দুখ পাবই ! তুমি বা মই ইয়াত একো কৰিব নোৱাৰোঁ।"

জয়ন্তই শুনিবলৈ ভাল নাপাই কথা ঘূৰাই সুধিলে, "তোমাৰ কেনে চলিছে ?"

"সুখত আছোঁ।"

"সীমান্তৰ বাতৰি বৰ ভাল নহয়। মোৰ অলপ কাম আছে। আজিলৈ আগবাঢ়োঁ।"

বিজিতে হো হোৱাই হাঁহিলে। "কাম, কেৱল কাম আৰু কাম। তোমালোকৰ আন কথা নাই। দেশৰ এই পৰিস্থিতিতো দুপইছা ঘটিব নোৱাৰিলা। মই তোমালোকৰ দৰে বুধক নহওঁ।" বিজিতে শেষ সিদ্ধান্ত ঘোষণা কৰিলে। জয়ন্তই একো নকৈ আগবাঢ়ি গ'ল।

এখন চাহৰ দোকানত বহি জয়ন্তই অজয় বৰদলৈৰ চিঠিখন খুলিলে। অজয়ে এজন ভাল ওজা বিচাৰিছে। মিছেছ বৰদলৈৰ অৰ্থাৎ বীণাৰ মানসিক অস্থিৰতা ডাক্তৰী চিকিৎসাত আৰোগ্য হোৱা নাই। এসময়ত যিজনী ছোৱালীয়ে অজয়ৰ কবি মনটোত ৰং সানিছিল এতিয়া তেঁৱেই অশান্তিৰ কাৰণ হৈ উঠিছে।

"চাহ দিমনে ?"

চাহৰ দোকানৰ কেবিনৰ যত্ন লোৱা লৰাটোৰ মাতত জয়ন্তৰ সম্বিৎ ঘূৰি আহিল। তেওঁ কলে, "একাপ দিবা।"

চাহৰ কাপটো মুখত লৈ হঠাৎ বাঢ়ি অহা বাহিৰৰ হাই উকমি লৈ তেওঁৰ কান গ'ল। তেওঁ উঠি বাহিৰলৈ গৈ দেখিলে যে ওচৰৰ পান দোকানৰ সমুখত অনেক মানুহ গোট খাইছে। ৰেডিঅ'ত বাতৰি আহিছে: আমাৰ সৈন্য আৰু শাসন-যন্ত্ৰই বম্ ডি লা পৰিত্যাগ কৰিছে ; তেওঁলোকে ভৈয়ামত খোপনি পুতিব।

জয়ন্তই ঘূৰি গৈ চাহৰ দাম দিলে। তেওঁ মনতে আলচ কৰি চালে যে বম্ ডি লাৰ পাছতেই ফুট্হিল্ আৰু ফুট্হিলৰ পৰা তেজপুৰলৈ কেৱল ছকুৰি মাইলৰ ব্যৱধান। মনত বিষণ্ণতা আৰু বেদনাবোধ বিয়পি পৰিলত তেওঁ ঘৰলৈ খোজ ললে। ঘৰ পায়েই তেওঁ দেখিলে, হাতত এটা কাগজৰ সৰু বাণ্ডিল লৈ জীৱন ছুৰবা তেওঁৰ বাবে অপেক্ষাৰত। গামোছাৰে মুখনন মচি তেওঁ সুধিলে, "আপুনি কেতিয়া নগাওঁৰ পৰা উভতিল ?"

উত্তৰত জীৱন ছুৰবাই কাগজৰ বাণ্ডিলটো আগবঢ়াই দি কলে, "মযেই নাটকখন লিখি আনিছোঁ।"

পাণ্ডুলিপিটো হাতত নোলোৱা কৈয়ে জয়ন্তই আপত্তি জনালে, "আপুনি এই পৰিস্থিতিত নাটকৰ কথা কেনেকৈ ভাবিছে ?"

"এয়েই উপযুক্ত পৰিবেশ। পৰিবেশৰ লগত জীৱনৰ এনে ওত-প্ৰোত সম্বন্ধ আপুনি সদায় নাপাব।"

"অভিনয় চাবলৈ এতিয়া মানুহৰ সময় নাই। আপুনি আন কামত লাগক।" জয়ন্তই অলপ কঠিন সুৰত কলে।

জীৱন ছুৰবা বিৰক্ত হ'ল। তেওঁ অপমানিত বোধ কৰি পাণ্ডুলিপিটো মামৰি লৈ নিশব্দে ওলাই গ'ল। জয়ন্তই বৰ অৱসাদ অনুভৱ কৰিলে। সীমান্তৰ বিষণ্ণ বাতৰি আৰু তেজপুৰৰ কণ কণ ল'ৰাছোৱালী বোৰৰ মুখ তেওঁৰ মানসত ছাঁ-পোহৰৰ দৰে উজলিবলৈ ধৰিলে। চীনাসকল আহিলে এই ল'ৰাছোৱালী বোৰৰ কি হব? নিশাটো তেওঁৰ টোপনি নাহিল। কিছুমান অলীক সপোনৰ মাজেদি নিশাটো পাৰ হ'ল।

॥ বত্ৰিছ ॥

উনৈছ শ বাষষ্টি চনৰ উনৈছ নবেম্বৰ। ৰাতিপুৱা অবিনাশ শৰ্মা আহিল। তেওঁ কলে, "বম্ ডি লা ৰ পতন হোৱা বুলি শুনি কালি ৰাতি শুব নোৱাৰিলোঁ। চাকৰিৰ পৰা খেদা খালেও নিবাৰণ ডেকা এসময়ত চতুৰ বিষয়া আছিল ; তেওঁ কিবা নতুন খবৰ দিব পাৰে বুলি ভাবি কাহিলি কাহিলি পুৱাতে তেওঁৰ ঘৰলৈ গলোঁ। আপুনি শুনি সুখী হব যে নিবাৰণ ডেকাই সপৰিবাৰে গুৱাহাটীলৈ গৈ তাত মুকলি বতাহ খাইছে।"

"এইটো কেনেকৈ সম্ভৱ? মই জনাত নিবাৰণ ডেকাই শেষৰ পিনে ৰেজিষ্টেন্স্ কমিটিত নাম লগাইছিল।"

"এতিয়া ৰেজিষ্টেন্স কমিটি অনেক। নিবাৰণ ডেকাৰ দৰে লোকবোৰ পলাইছে। ডেকা ল'ৰাবোৰে নতুন ৰেজিষ্টেন্স কমিটিত কাম কৰি আছে। কেইজনীমান গাভৰু ছোৱালীকো কছৰৎ কৰি থকা দেখিছোঁ। কছৰৎ কৰি কি প্ৰতিৰোধ কৰিব হে?"

শৰ্মাৰ কথাৰ ওপৰত কোনো মন্তব্য নিদি জয়ন্তই সাজ-পাৰ সলাবলৈ আনটো কোঠালৈ গ'ল। সাজ-পাৰ সলাই জয়ন্ত কাষ চাপিলত শৰ্মাই প্ৰস্তাৱ কৰিলে, "দীলিপ ফুকনে নিশ্চয় সৰ্বশেষ বাতৰি পাইছে। তেওঁৰ পৰা আমি জানিব পাৰিম।"

"ব'লক, ফুকনৰ ঘৰলৈকে যাওঁ।"

এনেতে নীতুৱে কাঁড়ৰ দৰে বেগেৰে আহি ওচৰ চাপিল। অবিনাশ শৰ্মাই তাক "দেখিয়েই সুধিলে, "এওঁ হেড্মাষ্টৰ কমল হাজৰিকাৰ ল'ৰা নহয়নে?" জয়ন্তই তেওঁৰ কথাৰ উত্তৰ নিদি নীতুক সুধিলে, "উধাতু খাই লৰি আহিছা কিয়?"

"তেজপুৰৰ পৰা মানুহ ভাগিবলৈ আৰম্ভ কৰিছে। সকলো পিনে জনৰৱ যে চীনাসকল আহি পালোহিয়েই।"

"তোমাৰ মা দেউতা ক'ত?"

"মা আৰু দেউতা আজি নগাওঁ লৈ যাব।"

"মৰমী?"

"মৰমী বাইদেউ নাযায়। শেৱালি বাইদেউহঁতৰ লগত আলচি তাই ইয়াত ৰ'বলৈ স্থিৰ কৰিছে।"

তেওঁলোকৰ কথা-বতৰা শুনি অবিনাশ শৰ্মাৰ উৎসাহ পাতলিল। তেওঁ এটা হুমুনিয়াহ পেলালে। জয়ন্তই সেই পিনে লক্ষ্য নকৰি নীতুক কলে,"আমি দীলিপ ফুকনৰ ঘৰলৈ যাবলৈ ওলাইছোঁ। ব'লা বাটে বাটে কথা হম।"

অবিনাশ শৰ্মাই এখোজ পেলাই ঘপহ কৰে বৈ গ'ল। তেওঁ কলে, "চৌধুৰী, আপোনালোকেই ফুকনৰ ঘৰলৈ যাওক। মই নাযাওঁ। মোৰ অলপ কাম আছে।"

"হঠাৎ?"

"প্ৰস্তাৱটো তুলি লৈছোঁ।"

"ভয় খাইছে নেকি?" জয়ন্তই ৰগৰ কৰিলে।

শৰ্মাই খন্তেক ভাবি জুকিয়াই লৈ কবলৈ ধৰিলে, "চৌধুৰী, মই অলপ উত্তেজনা, অলপ হাই-উৰুমি ভাল পাওঁ সচাঁ; সেইবুলি মই চগাৰ দৰে জুইৰ আগত পৰি মৰিব নেখোজোঁ। সকলো মানুহ যাবলৈ ধৰিছে। মই ইয়াত সোনৰ হৰিণ বিচাৰি বৈ নাথাকিম। মোৰ নিজৰ ব্যৱস্থা মই নিজে কৰিম।"

"আমি গুচি গ'লে এই ওচৰ-পাজৰৰ মানুহবোৰক কোনে চাব? মৃত্যুলৈ ভয় কৰা অনুচিত। নিজৰ চৰকাৰক সাহায্য কৰাটোও আমাৰ কৰ্তব্য আৰু দায়িত্ব। আমি যদি বিচলিত হওঁ, চৰকাৰে কাক লৈ চলিব?"

"আপোনাৰ সুভাষনত মোহ যোৱাৰ সময় অতীত হৈ গ'ল।

যেতিয়ালৈকে মুখামুখি হোৱাটো সম্ভৱ, তেতিয়া লৈকে হে মানুহে পৰিস্থিতিৰ মুখামুখি হব পাৰে। অসম্ভৱৰ লগত খুঁজি দেউলীয়া হৈ একো লাভ নহব।"

"কিন্তু আমিয়েই তো রুদ্ৰৰাম মজুমদাৰ, কিৰণ কলিতা নিবাৰণ ডেকা আদিক পলৰীয়া আৰু কাপুৰুষ বুলি হাঁহিছিলোঁ।"

শৰ্মাই আপোন সিদ্ধান্তত অলৰ অচৰ হৈ কলে, "মজুমদাৰ সুবিধা বাদী; নিবাৰণ ডেকা জুৱাৰী হলেও জীৱনক লৈ জুৱা খেলিবলৈ তেওঁ ৰাজী নহয়। কিৰণ কলিতাৰ কথা নকওঁৱেই। মোৰ কথা স্বকীয়া। বাধা দিয়াৰ ক্ষমতা নাই বুলি জানি মই যাবলৈ ওলাইছোঁ। আপোনাৰ বন্ধু দীলিপ ফুকনৰ সাহস কিমান আমি জানোঁ। তেওঁ তিনি মাহৰ আগেয়ে পৰিবাৰক চিলঙত মাতৃ-গৃহত ৰাখি আহিছে।"

জয়ন্তই বাধা দি কলে, "মানুহৰ বদ্‌নাম গাব নাপায়। দেউতাক অসুস্থ ৰাবেহে মিচেচ ফুকন চিলঙলৈ গৈছে। আপুনি ভাবিছে যে সময় উকলি গৈছে। আচলতে এতিয়াহে প্ৰতিৰোধৰ সময়।"

"চৌধুৰী, আপোনাক মই শ্ৰদ্ধা কৰোঁ; আপোনাৰ প্ৰতি প্ৰীতি অনুভৱ কৰোঁ। আপুনি ইয়াত নাথাকিব। মানুহ কিদৰে পলাইছে, দেখিছেই। আপুনিও পলাওক।" শৰ্মাই উপদেশ দি আঁতৰি গ'ল।

নীতুক লৈ জয়ন্তই দীলিপ ফুকনৰ ঘৰলৈ আগ বাঢ়ি বাটত ফুকনৰ ষ্টেনোগ্ৰাফাৰ মমতাজ আলিক লগ পালে। আলিয়ে সস্ত্ৰীক খোজকাঢ়ি আহি আছে। তেওঁ কলে, "ঘৈনী অন্তঃসত্ত্বা। নিৰুপায় হৈ গোলাঘাটলৈ ওলাইছোঁ। থৈ আহোঁ গৈ।"

"ফুকন ক'ত?" জয়ন্তই সুধিলে।

"গোটেই ৰাতি অফিছত মিলিটাৰীৰ লগত কাম কৰি শেষ ৰাতিৰ পিনে কোৱাৰ্টাৰলৈ উভতি গৈছে। মই অফিছৰ পৰা বাহিৰে বাহিৰে গৈ এওঁক লৈ আহিছোঁ।

জয়ন্তই তেওঁলোকক এৰি ফুকনৰ ঘৰ পালেগৈ। ফুকন ঘৰত নাই; তেওঁ জয়ন্তলৈ এখন চিঠি লিখি থৈ গৈছে। জয়ন্তই চিঠিখন

পঢ়িলে। ফুকনে লিখিছে : "সকলো আঁতৰি গলেও মই ইয়াত থাকি ৰাইজক সহযোগিতা আগবঢ়াম। মোক নিবিচাৰিবা। মই তোমালোকক বিচাৰি লম।" চিঠিখন জেপত মুমুৰাই তেওঁ নীতুক কলে, "বলা তোমালোকৰ ঘৰৰ পৰা আহোঁ।"

কমল চন্দ্ৰ হাজৰিকাৰ ঘৰত উপস্থিত হৈ জয়ন্তই দেখিলে যে হাজৰিকা আৰু হাজৰিকানী কেতিয়াবাই গুচি গৈছে ; মৰমী অনুপস্থিত। এচৰ-পাজৰৰ মানুহ ভাগিবলৈ ধৰিছে। তেওঁ মৰমীৰ সম্পৰ্কত মাথোঁ। এই খিনিকে জানিব পাৰিলে যে তাই শেৱালিহঁতৰ লগত আছে।

ক'ত নো কি হৈছে চাবলৈ জয়ন্তই সহকাৰী আৰক্ষী অধীক্ষক লোকনাথ দাসৰ লগত ৰাতি চাৰিচুৰাবলৈ গ'ল। সীমান্তৰ পাহৰত তেওঁলোকে জুই জ্বলি থকা দেখা পালে। উভতি আহোঁতে তেওঁলোকে দেখিলে, জনদিয়েক লোক পুলিচৰ দ্বাৰা বন্দী অৱস্থাত এখন ট্ৰাকত গৈ আছে। সেই বন্দী সকলৰ লগত পৰিচিত এগৰাকী প্ৰখ্যাত শিল্পীকো দেখা পালে। লোকনাথ দাসে কলে, "এইবোৰত আমাৰ হাত নাই। আমি কৰ্তব্যৰ দাস। কৰ্তব্য কৰি গৈ আছোঁ।"

জয়ন্তৰ সমাজবাদী মনটোৱে দুখ পালে, তেওঁ কলে, "এওঁলোক সাম্যবাদী। ৰুচিয়াই আমাক সহায় কৰিছে। এনে অৱস্থাত এওঁলোকক ধৰি ৰখাটো নিবৰ্থক।"

দাসে কলে, "এতিয়া অৰ্থ অনৰ্থৰ প্ৰশ্ন সুতুলিব। উত্তৰ দিব নোৱাৰিম। জানে? ইমানবোৰ মানুহ পলাইছে। ফুটহিলৰ পৰা ঢেকীয়াজুলি নিচেই ওচৰত। কিন্তু ঢেকীয়াজুলিৰ এগৰাকী বৃদ্ধ দেশসেৱকে স্থিৰ কৰিছে যে শেষ মুহূৰ্ততো তেওঁ আপোন ভেটি আপোন মাটি নেৰিব। মৃত্যুলৈ তেওঁৰ ভয় নাই। তেওঁলৈ মোৰ শ্ৰদ্ধা হয়। অথচ দেশনেতা ৰুদ্ৰৰাম মজুমদাৰ কেতিয়াবাই পলাল। কিছুমানে ব্ৰহ্মপুত্ৰৰ চৰবোৰতো আশ্ৰয় লৈছে। মানুহে প্ৰতি মনটো, জানেই।"

## ॥ তেত্ৰিছ ॥

উনৈছ শ বাষষ্ঠি চনৰ কুৰি নবেম্বৰ। আকাশত ৰ'দ হলেও দুই এটুকুৰা ভাৱৰ খণ্ডই বেলিটো মাজে মাজে ঢাকি ধৰিছে। আকাশৰ ৰং হঠাৎ উজ্জ্বল, হঠাৎ বেঙেনাবুলীয়া।

মানুহৰ মনত আতংকৰ সৃষ্টি হৈছে। আলিবাটৰ উন্নয়নৰ কামত বদলি হৈ অহা আন দূৰঠাইৰ মানুহবোৰ গাড়ীত বয়-বস্তু লৈ ভাগিবলৈ আৰম্ভ কৰিছে। তেওঁ লোকক দেখি স্থানীয় মানুহৰো গা উঠিছে। জয়ন্ত চৌধুৰীয়ে আলিবাটত বৈ যিফালেই চাইছে সিফালেই মানুহৰ গতি। পশ্চিমৰ ওবাং নামৰ ঠাইৰ ওচৰত নৈৰ দলং ভাগি থকাৰ কাৰণে বহুত মানুহে পূবৰ লক্ষীমপুৰৰ বদতি ঘাটেৰে পাৰ হবলৈ গৈছে; কিছুমান লোকে জামুগুৰি-চাৰিআলিৰ ওচৰৰ পানপুৰ ঘাটেৰে ব্ৰহ্মপুত্ৰ পাৰ হবলৈ গৈছে। বেছি হেঁচা পৰিছে তেজপুৰৰ পৰা ছয় মাইল দূৰৰ ভোমোৰাগুৰি ঘাটত। মানুহৰ বিলাই দেখি চৰকাৰে জাহাজ কোম্পানীৰ লগত বন্দৱস্ত কৰি মানুহক দিনে ৰাতি পাৰ হবলৈ সুবিধা দিছে শৃংখলা ৰক্ষা কৰিবলৈ চৰকাৰে ব্ৰহ্মপুত্ৰৰ ঘাটত পুলিচ ৰাখিছে। মানুহৰ মাজত এটা জনৰৱ প্ৰচাৰ হৈছে যে মিলিটাৰীয়ে সৈন্য অপসাৰণ কৰাৰ দৰে চৰকাৰেও তেজপুৰৰ পৰা সাময়িক ভাবে সদৰ স্থানান্তৰিত কৰিছে। এই কথাটো মিছা বুলি জয়ন্তই জানে। কিন্তু যুদ্ধৰ পৰিবেশত প্ৰতিটো মুহূৰ্তই নতুন আৰু সম্ভাৱনা পূৰ্ণ। তেওঁ দীলিপ ফুকনৰ পৰা সঁচা-মিছা জানিব পাৰিলে হেঁতেন; কিন্তু এতিয়া ফুকনক লগ পোৱাটো অসম্ভৱ।

জয়ন্তই চহৰৰ মূল আলিবাটেৰে নেহৰু ময়দানৰ পিনে খোজ ললে। নেহৰু ময়দান এতিয়া নীৰৱ। তাত মেল-মিটিঙৰ কোলাহল নাই। ওচৰৰ এজাৰ গছবোৰ থিয় হৈ আছে। বসন্ত কালত ফুলা

ফুল বোৰে এতিয়া কেবল দুখৰ স্মৃতিৰ উদ্ৰেক কৰে। এজাৰে নিজাৰ দিছে। নেহৰু ময়দানেও নিজাৰ দিছে। তেওঁ আগবাঢ়ি গৈ থাকিল। তেওঁৰ সন্মুখত যেন এক ভ্ৰাম্যমান চলচিত্ৰৰ প্ৰদৰ্শন হৈছে। দেশ-বিদেশৰ সংবাদদাতা সকল এতিয়া নাই। উৎস্বমুখৰ পৰিবেশৰ পৰা সভা-ভংগৰ পৰিস্থিতি উপস্থিত। তেওঁৰ সন্মুখেদি অগনন মানুহৰ গতি। এজন চিনাকি ভদ্ৰলোকে ট্ৰাকৰ পাছপিনে থিয় হৈ গৈছে; জীৱনত তেওঁ কোনোদিনেই ট্ৰাকত উঠা নাছিল। কিছুমান মানুহে হাতত লামলাকটু লৈ খোজকাঢ়ি গৈ আছে। এজন ছাত্ৰই হাতত এবোজা কিতাপ লৈ গৈ আছে—যেন সি লাইব্ৰেৰীলৈহে যাব।

জয়ন্তক এনেদৰে আলিবাটত খোজ দিয়া দেখি চিনাকি মানুহ এজনে সুধিলে, "ইয়াত কি কৰিছে? আপুনি বৈ যাব নেকি?"

জয়ন্তই মূৰ তুলি চালে। এসময়ৰ সংগ্ৰাম-বিৰোধী দলৰ এই মানুহজনৰ মুখত বক্তৃতাৰ আখৈ ফুটিছিল। জয়ন্তই উলটি সুধিলে, "কেলেই নো সুধিছে?"

"আপুনি যদি বৈ যায় তেন্তে মই আপোনাৰ ওচৰত অলপ বস্তু ৰাখিব খোজোঁ। পাছত আপুনি ভাল ঠাইত জমা থব।"

"কি বস্তুনো? আপোনাৰেই বা কি অসুবিধা?

"মোৰ কিছুমান মূল্যবান অলংকাৰ আৰু কাগজপত্ৰ আছিল। ৰাখিব নে?"

জয়ন্ত চৌধুৰী অবাক হ'ল। তেওঁ মানুহজনৰ মতিভ্ৰম হোৱা যেন পালে। তেওঁ কলে, "ময়েই যে বৈ যাম, আপুনি কেনেকৈ ভাবিলে? মই এই ঠাইৰ মানুহ নহয়। মোৰ যোৱাৰ প্ৰয়োজন বেছি।"

প্ৰত্যুত্তৰলৈ অপেক্ষা নকৰি জয়ন্তই তেওঁৰ প্ৰিয় পদুম পুখুৰীৰ পিনে আগবাঢ়িল। আজিও এইকালে মানুহৰ ভিৰ নাই। চাৰ্কিট হাউচ্ টো দূৰৰ পৰা উদং যেন দেখি। পুখুৰীদুটাও মীনমহলে মাছ মাৰিবলৈ লোৱা নাই। বিৰ্ বিৰ্ বতাহ বলিছে। বেলৰ উকি আৰু শব্দ শুনা গৈছে। এতিয়া যোৱাৰ সময়; অহাৰ নহয়। এতিয়া তেজপুৰলৈ

কোনোৱে আহিব নোখোজে। এতিয়া তেজপুৰত অধ্যাপক যামিনী চেটাৰ্জি নাই, জয়চন্দ্ৰন নাই, বোধহয় অবিনাশ শৰ্মাও নাই। জয়ন্তই নিজৰ জীৱনৰ অংশ এটা কৰবাতে উৰি যোৱা যেন পালে; যেন দেহটো তুলাৰ নিচিনা হৈছে: মনটোহে গধুৰ।

লাহে লাহে পদ্ম পুখুৰী ছুটাৰ মাজৰ নিৰ্জন আলিবাটটোৰেও মানুহৰ প্ৰস্থান আৰম্ভ হ'ল। উত্তৰৰ পথ আছে নে নাই নভবাকৈয়ে মানুহ যাবলৈ ধৰিছে। কাৰো লগত আলোচনা কৰিবলৈ অৱসৰ নাই। কিন্তু গাওঁবিলাকৰ মানুহৰ কি অৱস্থা হৈছে? চেটাৰ্জিৰ খাতৰ মানুহজনৰ প্ৰশ্নটো তেওঁৰ মনলৈ আহিল—"তেওঁৰ ভূমিকা কি?" তেওঁৰ ভূমিকা সেই মানুহজনক জনোৱা নহ'ল। চেটাৰ্জিৰ দৰে জয়ন্তই নিজকে এজন ভুৱা বুদ্ধিজীৱি বুলি ভাবিলে। তেওঁৰ মনত অনুশোচনাৰ সৃষ্টি হ'ল।

তেওঁ আলিবাটৰ কাষত বৈ গ'ল। যাবলৈ কোনো ঠাই নাই; ক'লৈকো যাবলৈ ইচ্ছাও নাই। তেজপুৰ চহৰৰ ইমূৰৰ পৰা সিমূৰলৈ এতিয়া বহিবলৈ একন ঠাই নাই। মানুহৰ সৰু সৰু দলবোৰলৈ তেওঁৰ আকৌ চকু গ'ল। উদ্দেশ্যহীন অনিৰ্দিষ্ট যাত্ৰাৰ যাত্ৰীসকললৈ তেওঁৰ মনৰ সমবেদনাই বাট কাটিলে। তেওঁৰ কৰিব পৰা একো নাই, এই কথা ভাবি তেওঁ দুখ পালে।

জয়ন্তই এইবোৰ গুণা গঁথা কৰি থাকোঁতে বিজিত দত্তই এখন নতুন ফিয়েট গাড়ী, এখন জীপ আৰু দুখন ট্ৰাকত মাল-পত্ৰ বোজাই কৰি আহি ওচৰ চাপিল। জয়ন্তক দেখি বিজিতে ফিয়েট্ গাড়ীখনৰ বেগ কমাই ৰাখিলে; বাকী গাড়ী কেইখন একে সমদলত অহা বাবে বৈ গ'ল। বিজিতে গাড়ীৰ পৰা নামি কলে, "জয়ন্ত, ইয়াত অকলশৰে কি কৰিছা? সকলো মানুহ ভাগিল, দেখিছাই। ব'লা, মোৰ লগতে ব'লা।"

"ক'লৈ?"

"সিপাৰলৈ।"

"কিবা লাভ আছে জানো? মৰণলৈ তোমাৰ ইমান ভয়নে?"

"মৰণলৈ মোৰ অকণো ভয় নাই, জয়ন্ত। মই বৰ ব্যবহাৰিক অনুভূতিৰ মানুহ। সেইবাবে জানিবুজি মই গাঁৱিশলিত হাত সুমুৱাবলৈ ৰাজী নহওঁ। সকলো মানুহ গুচি গলে যি কেইজন গুণ্ডা বদমাছ থাকিব, সিহঁতক শাসন কৰিব কোনে? সিহঁতে আহি মোৰ পাছত নালাগিব নে? ধন-সম্পত্তি বৰ বিপদসূচক বস্তু—ই ৰাখেও, মাৰেও।

"ধন-সম্পত্তিয়েই দেখিছোঁ তোমাৰ বাবে ঈশ্বৰ।" জয়ন্তই এটা হুমুনিয়াহ পেলাই কলে।

হঠাৎ জয়ন্তৰ হাতত ধৰি বিজিতে কলে, "সেইবোৰ দাৰ্শনিক তত্ত্ব ওখোনিয়াই এতিয়া একো লাভ নহয়। ব'ল', জয়ন্ত, তুমি মোৰ লগত ব'লা। তেজপুৰলৈ যদি সোনকালে উভতি আহিব নোৱাৰোঁ তেন্তে নগাওঁ বা গুৱাহাটীত মই ব্যৱসায় আৰম্ভ কৰিম। তোমাৰ পুৰণি দিনৰ কথাবোৰ পাহৰি পেলোৱা। কি হব সেই দুখৰ অতীত ভাবি? সেই অতীত আৰু ঘূৰি নাহে।

জয়ন্তই বাধা দি কলে, "মই যদি কিবা পাহৰিব খুজিছোঁ, সেইটো মোৰ ব্যক্তিগত সমস্যা। যুদ্ধ, অশান্তি, মহামাৰী যিয়েই নাহক কিয়, মানুহে নিজৰ সমস্যা নিজে সমাধান কৰিবই লাগিব। তুমি যোৱা বিজিত। মোক নাটানিবা।"

"তোমাক কবলৈ মোৰ একো নাই। মহণ্ডা ওজাক পালানে?"

"বিচাৰি আছোঁ।"

"ময়ো বিচাৰিছোঁ। পোৱা নাই। অজয়ৰ পত্নীৰ আৰোগ্যৰ পথ মই দেখা নাই।" বিজিত গাড়ীত উঠি গুচি গ'ল।

জয়ন্তই গাটো তপত যেন পালে। তেজত যেন ভমভমনি। তেওঁ চাৰ্কিট হাউচৰ দুবৰি ডবাৰ ওপৰলৈ উঠি গ'ল। চাৰ্কিট হাউচত কেইজনমান বিষয়াই উত্তেজিত হৈ কথা পাতিছে। তেওঁ আগবাঢ়ি ওচৰৰ বটজোপাৰ তলৈ চালে। তাত শিৱপূজা কৰা সন্ন্যাসী জন নাই। সেই সন্ন্যাসীজনকো তেওঁৰ আপোন বিশ্বাসে আশ্বাস দি

বাখিব পৰা নাই। ব্ৰহ্মপুত্ৰৰ মৰা সুঁতিটোত মচ্ছ মৰিবলৈ আজি কোনো জাকৈয়া নাই।

জয়ন্ত আলিবাটলৈ উভতি আহিল। বিভিন্ন চিন্তাই তেওঁৰ মনত তৰংগ তুলিবলৈ ধৰিলে। তেওঁ ভাবিলে যে আমি সকলো মানুহ একোটা বিশেষ সমাজ ব্যৱস্থাৰ সৃষ্টি; যেনে সমাজ, তেনে সন্ততি। আজিৰ সমাজত বিদ্ৰোহৰ অভাৱ; বিপৰ্যয়ৰ জয়লাভ। আজি এই দেশ-ভগনৰ সময়তো বিজিত দত্তৰ এল্‌চেচিয়ান কুকুৰটো ফিয়েট্‌ গাড়ীতে গৈছে; কিন্তু ভোকাতুৰ মানুহবোৰ আপোন বোজা কঢ়িয়াই অগ্ৰসৰ হৈছে। আজিৰ চহকী কৰ্মচাৰীয়ে ঘৰ-সম্পত্তি পহৰা দিবলৈ তিনি চাৰিটা এল্‌চেচিয়ান বা গ্ৰে হাউণ্ড কুকুৰ পোহে। তেওঁলোকে সেইবোৰক বেবিফুড্‌ খুৱায়। অথচ হেজাৰ-বিজাৰ শিশু এটোপা বিশুদ্ধ পানীৰ অভাৱত মৰিব ধৰিছে। এই সমাজ-ব্যৱস্থাত মানহতকৈ কুকুৰৰ মূল্য অধিক।

পদুম পুখুৰীৰ কাষৰ আলিবাটেৰে জয়ন্ত উভতিল। বাটে বাটে তেওঁ ভাবিলে যে এইটো ব্যক্তিৰ যুগ নহয়। এতিয়া অকলশৰে চলাটো অৰ্থহীন।

তেওঁ বজাৰৰ ওচৰ পালে। বজাৰৰ দোকান পোহাৰবোৰ বন্ধ হব ধৰিছে। দিনতেই যেন বেলিমাৰ। দোকানীবোৰে যিদৰে ষি আছে তেনেদৰে এৰি কোনোমতে দুৱাৰ বন্ধ কৰি বাহিৰলৈ ওলাইছে। এটা লৰালৰি, ঠেলা-হেচাৰ উদ্‌গ্ৰীৱ পৰিবেশ।

নতুন বাণষ্টেজৰ কাষত থিয় হৈ জয়ন্তই মানুহৰ দৈৱৰ উত্থান-পতনৰ সাক্ষী হ'ল। পকৰাৰ দৰে নিৰ্দিষ্ট গতিত মানুহ আগবাঢ়িছে —পুৰুষ, মহিলা, চেমনীয়া, শিশু,—সকলোৱে এটা অনিৰ্দিষ্ট সম্ভাৱনাৰ পিনে গৈ আছে। যোৱাকালি গধূলিলৈকে তেওঁলোকে জানিব পৰা নাছিল যে এনে এটা অৱস্থা আহি পৰিব। চুক-সুন্দৰ হৈ থকা মানুহো ওলাই আহিছে; যেন তেওঁলোক তেজপুৰৰ লগত চাঁকলীয়া শিপাৰেহে ইমানদিন বান্ধ খাই আছিল, যেন এতিয়াহে বান্ধৰ পৰা মুক্তি পাইছে।

জয়ন্তই দীলিপ ফুকনৰ কথা সুঁৱৰি কাষেদি যোৱা এগৰাকী পুলিচৰ বিষয়াক তেওঁৰ কথা সুধিলে। ফুকন বৰ ব্যস্ত, মাথো এই সহজ কথাটোকেহে তেওঁ জানিলে। ভাগ্যৰ লাগিলত, তেওঁ পান-দোকানৰ আগৰ এখন বেঞ্চত বহিল। পান-দোকানখন বন্ধ। আগৰ দৰে পান কিনিবলৈ বা ৰেডিঅ'ত যুদ্ধৰ বাতৰি শুনিবলৈ ওচৰত মানুহ নাই। এজনী ছাগলীয়ে ওচৰৰ জাবৰৰ দ'মত পকা পান বিচাৰিছে। তাইক দেখি এটা কুকুৰে ভুকিছে। কুকুৰটোৱে যেন অনিচ্ছাসত্বেও দোকানখনক পহৰা দিছে। অসীমা প্ৰেছৰ গোপাল নামৰ লগুৱাটোৰ কথা তেওঁৰ মনত পৰিল। তেওঁৰ পত্নী বন্দনাৰ মৃত্যুৰ স্মৃতিৰ লগত গোপাল জড়িত হৈ আছে। গোপালৰ গাত ঠেকা খাই জ্বলন্ত ষ্টোভটো টেবুলৰ পৰা বন্দনাৰ গাত পৰিছিল। তেতিয়া টেবুলৰ কাষত মজিয়াত বহি বন্দনাই শাক-পাচলি কুটি আছিল। মুহূৰ্তৰ ভিতৰত বন্দনাৰ গোটেই গাত জুই বিয়পি পৰিছিল। তাইৰ চিঞৰ শুনি জয়ন্তই দৌৰি গৈ জুই নুমাবলৈ চেষ্টা কৰিছিল। কিন্তু হাস্পতাললৈ নিয়াৰ পাছতেই বন্দনাৰ মৃত্যু হ'ল। দুটা মাহৰ দাম্পত্য জীৱনৰ ওৰ পৰিল। জয়ন্তৰ ব্যস্ততা আৰু শোকাকুল অৱস্থাৰ সুযোগ লৈ গোপালে বন্দনাৰ সকলো গহনা-পাতি চুৰি কৰি পলাল। মৰমীৰ কথাও তেওঁৰ মনলৈ আহিল। তাই বন্দনাৰ দৰে আলফুলীয়া নহয়; তাই নিজেই নিজৰ ভৱিষ্যৎ বাচি লব পাৰিব। তাইৰ জগতত জয়ন্তৰ ছায়া নাথাকিলেও চলিব।

প্ৰতিৰোধৰ বাবে গঢ়ি উঠা সংঘ-সমিতি বোৰ এতিয়া নীৰৱ। মেল-মিটিং বন্ধ। জয়ন্তই কৰ্ণেল ৰামমূৰ্ত্তিৰ কথা সুঁৱৰিলে: "শত্ৰু যেতিয়া দুৱাৰ ডলিত, তেতিয়াই অসামৰিক প্ৰতিৰোধৰ উৎকৃষ্ট সময়।" প্ৰতিৰোধৰ দৰে মানৱিক সৎ সাহসৰ অৰ্থ কেৱল মৃত্যুৰ মূল্যৰে হব পাৰে।

জয়ন্ত চৌধুৰীয়ে মনত উদ্দীপনা অনুভৱ কৰিলে। অশান্তিৰ অনেক উৎস শুকাই গৈছে; এতিয়া কৰ্ত্তব্যৰ মাজতেই শান্তি আৰু মুক্তি।

তেওঁ বেধৰ পৰা উঠিল। মনৰ মাজত স্থিৰ সিদ্ধান্ত গ্ৰহণ কৰি তেওঁ অনিৰ্দিষ্ট লোক সকলৰ লগে লগে যাবলৈ ধৰিলে। তেওঁৰ নিৰ্দিষ্ট লক্ষ্য আছে। প্ৰতিবোধে কোনো এটা স্তৰত উপনীত হোৱাৰ লক্ষ্য নাৰাখে—প্ৰতিবোধৰ লক্ষ্য জীৱনটোৰ স্বাধীনতা। ব্যক্তিগত নহয়, সামূহিক। আশন জীৱনৰ বাবে নহয়; আন বহুতৰ জীৱনৰ বাবে।

ভোমৰাগুৰি ঘাট। ব্ৰহ্মপুত্ৰৰ পাৰৰ বালি লোকে লোকাৰণ্য। জয়ন্ত চৌধুৰীৰ অনুৰোধত নীতুৱে এই লোকাৰণ্যৰ মাজত মহণ্ডা ওজাক বিচাৰি হাবাথুৰি খাইছে। সি কেবাবাৰো ব্ৰহ্মপুত্ৰ ইপাৰ সিপাৰ হৈত মহণ্ডা ওজাক বিচাৰি নাপালে। অৱশেষত লোকৰ মুখত জানিব পাৰিলে যে মহণ্ডা ওজাই নিজে মন্ত্ৰ-তন্ত্ৰত বিশ্বাস হেৰুৱাই স্ত্ৰী-পুত্ৰ-কন্যাক লৈ ভোমোৰাগুৰি ঘাট পাৰ হৈ সিপাৰত উশাহ লৈছে।

কৈশোৰৰ সহজসভ্য উদাসীনতাৰ বলত নীতুৱে মহণ্ডা ওজাৰ চিন্তা এৰি চাৰিওপিনে চকু দিলে। পুৰুষ, নাৰী, শিশু সকলো ভগনীয়া। বৃদ্ধ, ডেকা, গাভৰু, স্তন্যপায়ী শিশু আদি সকলোৰে ভিৰ। দুপাৰত ট্ৰাক, বাচ, মটৰ গাড়ী, জীপ ভৰি পৰিছে। যেয়ে যি পাৰে হাতত লৈ আহিছে। কাৰোবাৰ হাতত লাম-লাকটু, এগৰাকী বৃদ্ধাৰ হাতত এটা ডেমেহীয়া কুকুৰা, এজনী ছোৱালীৰ হাতত এটা তানপুৰা; এজন ডেকাই চিগাৰেট ছুপি পেকেটটো গাৰ জোৰেৰে দূৰলৈ দলিয়াই দিছে। তেজপুৰৰ মানসিক চিকিৎসালয় কেইজনমান বলিয়াকো সিহঁতৰ কয়েদীৰ সাজ-পাৰত দেখা গ'ল। সিহঁত বা কেনেকৈ বাহিৰলৈ ওলাইছে? গধূলিৰ আকাশ ৰঙচঙীয়া হৈ উঠিছে। ওপৰত আকাশত বৰ্ণসুষমা, তলত মাটিত মানুহৰ অনুচ্চ আৰ্তনাদ। নীতুৱে ইমান মানুহ কেতিয়াও একে লগে দেখা নাছিল। আপোন দেশত এঠাইৰ পৰা আন এটাইলৈ মানুহৰ এনে ভগনৰ দৃশ্য তাৰ কল্পনাৰো অতীত আছিল। সি মূৰ তুলি চালে: দূৰত অপসৃয়মান গধূলিয়ে ৰবণ সলাই এন্ধাৰৰ বুকুলৈ বাট লৈছে। এনে সময়তে কিছুমান

মানুহৰ কথা-বতৰা তাৰ কানলৈ আহিল :

"ৰাতি হৈ আহিলেই। ইমানবোৰ মানুহ এতিয়া ক'লৈ যাব ?..."

"হেৰৌ, তই এনে সময়ত মানুহৰ পকেটত হাত দিব লাগেনে ? ধৰ, ধৰ ঐ এইটোক। চোৰ ক'ৰবাৰ !..."

"ছুপৰীয়া বৌ মাছ বান্ধি মিট্‌চেফত থওঁতেই গ'ল।" এতিয়া মানে নিশ্চয় খোৱাৰ অনুপযুক্ত হৈ গ'ল।"

"এনে অৱস্থা চিৰদিন নাথাকে, বুজিছা ? আমাৰ ভাল দিন উভতি আহিব।'..."

"জন্মমৃত্যুক কোনে বাধা দিব পাৰে বাৰু ? ৰবানীৰ সন্তান আজি ব্ৰহ্মপুত্ৰৰ বালিত ভূমিষ্ঠ হ'ল। গিৰিয়েকে নার্চিং হোমত চিট্‌ ৰিজার্ভ কৰি থওঁতেই গ'ল। অৱশ্যে কেচুৱাটো ভালেই আছে।..."

কথাবোৰ চাৰিওপিনৰ পৰা ভাহি আহিছে। পুৰুষৰ কণ্ঠস্বৰ, নাৰীৰ কণ্ঠস্বৰ, শিশুৰ চিৎকাৰ। যি গৰাকী মহিলাই বৌমাছৰ কথা উল্লেখ কৰিছিল, নীতুৱে প্ৰায়ান্ধকাৰত তেওঁৰ মুখখন চাই চিনিবলৈ চেষ্টা কৰিলে। সি চিনি নাপালে। এই জনসমুদ্ৰত সি এটা সামান্য বিন্দু। এই সহস্ৰকণ্ঠৰ মাজত মহডা ওজাৰ খবৰ লোৱা তাৰ কণ্ঠস্বৰ কোনেও নুশুনে।

"বোপা, তেনেহলে তুমিও আহিলা ?" তাক উদ্দেশ্য কৰি সোধা যেন পাই নীতুৱে ঘূৰি চালে। কাষত এটা জোলোঙালৈ গাৰ কাষত অবিনাশ শৰ্মা। শৰ্মাই আকৌ কলে, "তোমাৰ মা দেউতা দুয়ো ভালে ভালে গৈ নগাওঁ পালে নে ? কিবা গম পাইছা নে ?"

"কব নোৱাৰিছোঁ।"

"এতিয়া নগাওঁলৈ যোৱাৰ কিবা এটা ব্যৱস্থা কৰিব লাগিব। এই বালিত কমপক্ষেও কুৰিহেজাৰ মানুহ আছে। হেঁচি-ঠেলি অনেকে বাচ ট্ৰাকত সোমাব পৰা নাই। উপায় নাপালে মই খোজ কাঢ়িয়েই যাম।"

"মা-দেউতা বুঢ়া মানুহ। তেওঁলোক থকা নথকা একে কথা।

কিন্তু আপুনিনো আহিল কেলেই ?” নীতুৱে সুধিলে। শৰ্মাই এই প্ৰশ্নৰ উত্তৰ নিদি কলে, “জয়ন্ত চৌধুৰীক ইমান্‌কৈ কলোঁ, তথাপি তেওঁ নুশুনিলে। তেজপুৰ থনক আকোঁৱালি লবলৈ জয়ন্তৰ কি প্ৰয়োজন ? তেওঁ গুৱাহাটীৰ মানুহ। তেজপুৰত দেউতাকৰ এটা ঘৰ আছে ; কেতিয়াবাই সস্তা মূল্যত কিনি থোৱা। এতিয়া জয়ন্তই তাত যৌৱনৰ অপব্যয় কৰিছে। তেওঁৰ কোনো কাম কাজ নাই, সম্পূৰ্ণ বেকাৰ ; কেৱল মুখত বৰ বৰ কথা। তেওঁ বুদ্ধিমান হৈও পৰিস্থিতিৰ অৰ্থ নুবুজিলে। বৰ আক্ষেপৰ কথা।”

নীতুৱে কলে, “জয়ন্তদাৰ কথা এৰক। তেওঁ যি ভাল দেখে কৰিব। মই ইয়ালৈ মহঙা ওজাক বিচাৰি আহিছিলোঁ। ক’ৰবাত দেখিছে যদি কওক।”

“চোৱা বোপা, পৰজন্মত মই বিশ্বাস নাৰাখোঁ। ঈশ্বৰ আছে নে নাই, এনে চিন্তাও মই নকৰোঁ। মোৰ কৰ্ত্তব্য আৰু দায়িত্ব মই বুজোঁ। যদি ক’ৰবাত ঈশ্বৰ থাকে তেন্তে তেওঁকো হয়তো বিচাৰি পোৱা যাব পাৰে ; তথাপি এতিয়া মহঙা ওজাক এই ৰাতি এই ভিৰৰ মাজত বিচাৰি পোৱা নাযাব। শুনা, আৰু এটা কথা কওঁ : জয়ন্ত চৌধুৰী মানুহজন আচলতে বৰ ভদ্ৰ আৰু বিবেচক। তেওঁক বুজাই বঢ়াই লৈ আহিব পৰা হলে ভাল আছিল।” শৰ্মাই এটা হুমুনিয়াহ পেলাই কলে।

এন্ধাৰৰ গভীৰতা বাঢ়ি আহিছে। কৃষ্ণপক্ষৰ ৰাতি। জেটি আৰু জাহাজৰ পোহৰৰ বাহিৰে আন পোহৰ নাই। কেৱল ক’ৰবাত এটা পেট্ৰোম্যাক্স লাইট, ক’ৰবাত দুটামান লেম্প ; মাজে সময়ে দীপ-কাঠি আৰু চিগাৰেটৰ উজ্জ্বলতা চকুত পৰে। বহুত মানুহে বালিৰ ওপৰেদি খোজ কাঢ়ি গৈ আছে, কিছুমানে গাড়ীৰ কাৰণে বাট চাইছে, কেতবোৰৰ কোনো গন্তব্য স্থান নাই। দুজনমান লোকে বালিৰ ওপৰত ঢাৰি পাৰি বহি ডুগি-তাইনা আৰু হাৰ্মনিয়ম বজাইছে। কোনেও গান গোৱা নাই। এইবোৰ যে দুৰ্বলতা আৰু নৈৰাশ্যৰ

প্ৰকাশ, এই কথা বুজিবলৈ নীতুৰ বয়স হৈছে। অবিনাশ শৰ্মাক লগত আৰু কোনো বাক্যব্যয় নকৰি সি উভতি খোজ ললে। জাহাজত উঠি চাৰ্চ-লাইটৰ পোহৰত সি অনুভৱ কৰিলে যেন ব্ৰহ্মপুত্ৰৰ পানী আজি বেছি গভীৰ আৰু নিৰ্মোহ।

ইপাৰত বেছি এন্ধাৰ। এখন বৈ যোৱা জীপৰ পোহৰত নীতুৱে দেখিলে যে কেবাখনো জীপগাড়ী আৰোহী বিহীন হৈ পৰি আছে; মাল বোজা দিয়া কেইখন মান ট্ৰাক পাৰ হবলৈ সুবিধা নাপাই বৈ আছে। মানুহ আহিয়েই আছে। গুড়িপকৰাৰ দৰে। মানুহৰ মনত ভয়ৰ প্ৰকোপ বাঢ়িছে। ভীতিগ্ৰস্ত মানুহবোৰ গোটবান্ধি আহি আছে। ইমান পৰে তেজপুৰৰ অধিকাংশ মানুহেই ভাগি আহিছে। ওচৰৰ গাওঁ-ভুঁইবোৰো উজাৰি আহিছে।

নীতুৱে ইপাৰত অৰূপ কলিতা আৰু আন এজন বন্ধুক লগ পালে। সিহঁত কৰ্মব্যস্ত। যাক যি পাৰে গাইডৰ দৰে সিহঁতে সহায় কৰিছে। সিহঁতৰ লগত এখন পুৰণি জীপ। সিহঁতৰ এজন ৰ'ল ভোমোৰাগুৰিত। অৰূপে জীপখনত নীতুক লগত লৈ তেজপুৰলৈ উভতি গ'ল। বাটে বাটে দুয়ো ভৱিষ্যতৰ কৰ্মসূচী আলচ কৰি যাবলৈ ধৰিলে।

অৰূপ কলিতাৰ মানত ককায়েক কিৰণ কলিতাহঁতৰ দিন উকলি গৈছে; তেওঁলোক ফচিন হৈ গৈছে। আজি ককায়েকৰ জীপখন তাৰ যোগেদি ৰাইজৰ কামত লাগিছে। তাৰ বিশ্বাস, এদিন ককায়েকৰ ধন-সম্পত্তিও তাৰ যোগেদি ৰাইজৰ কামত লাগিব।

কিছুদূৰ যোৱাৰ পাছত অৰূপে কলে, "দেখিছা নীতু, চাৰিওফালে নৈশব্দ, কেৱল আমাৰ গাড়ীৰ চকাৰ শব্দ শুনা গৈছে। তেজপুৰৰ অৱস্থা এতিয়া কেনেকুৱা কোনে জানে!"

নীতুৱে উত্তৰ দিলে, "চীনা সকলে কিজানি পেৰাচুটেৰে নামিছেই। তেনে এটা জনৰৱ শুনিয়েই আছোঁ।"

"কি সাহসত নো আমি উভতি যাব লাগিছোঁ? ৰাইজৰ নেতা

জয়ন্তদাই ধৰিছিল। ৰামচন্দ্ৰবাম মজুমদাৰে শেৱালিহঁতৰ ঘৰৰ পৰা এটা ল'ৰাক খবৰলৈ যোৱাৰ অজুহাতত নগাওঁলৈ গৈ উভতি অহা নাই। তেওঁ কৈছিল, উজনিত কাম আছে; বীতাৰ ভায়েকটোকো দেউতাকৰ ওচৰত থৈ আহিব। আমি জানিছিলো তেওঁ পলাইছে। কিৰণ ককাইদেৱে বহুদিনৰ পৰাই ঘৰ এৰিছে। যুদ্ধৰ পৰিবেশটোকে তেওঁ সহিব পৰা নাই। অসমৰ বাহিৰত হে তেওঁ থাউনি পাইছে। কিন্তু জয়ন্তদাই আমাক থাকিবলৈ কৈছে। মৰিলে মৰিম, তাৰ বাবে ভয় নকৰোঁ। কিন্তু কিদৰে আত্মৰক্ষা কৰিব পাৰি জয়ন্তদাই নিজেও নাজানে।"

"তেওঁ মোক তোমোৰাগুৰি ঘাটলৈ পঠাইছিল। তাত মানুহৰ বিলাই দেখি মোৰ দুখেই লাগিছে।"

"তেজপুৰলৈ উভতি গৈ প্ৰথমতে আমাৰ কেম্পলৈ যাম। তাত জয়ন্তদাক লগ পাবও পাৰোঁ। তোমাক অন্য কোনো ঠিকনা দিছে নেকি?"

"দিয়া নাই।" নীতুৱে কলে।

"আমাৰ কেম্পটো বাৰহলিয়াত। তোমাক তাত থৈ টাউনৰ অন্য খা-খবৰ লম। পাছত আকৌ একেলগ হম।"

ওচৰ পাজৰৰ কেইবা গৰাকী বৃদ্ধ আৰু দুৰ্বল মানুহ শেৱালিহঁতৰ ঘৰত গোট খাইছে। এই সকলৰ ভিতৰত মহিলাৰ সংখ্যাই অধিক। তেওঁলোকৰ যাবলৈ কোনো ঠাই নাই। শেৱালি, মৰমী আদি ছোৱালীয়ে এই আশ্ৰয় শিবিৰ খুলিছে। তেওঁলোকক সহায় কৰিবলৈ কেইজনমান স্কুলীয়া ল'ৰা আৰু জনদিয়েক ডেকা আছে।

ৰাতি বাঢ়ি আহিবলৈ ধৰিছে। নবেম্বৰ মাহৰ কুৰি তাৰিখৰ ৰাতি। শীত নামিছে। ভালেখিনি মানুহ ভাগি যোৱা বাবে চহৰত নিস্তব্ধতাৰ পৰিমাণ বাঢ়ি আহিছে। উজ্বল বিজুলী-বাত্তিৰ পোহৰত চহৰখনক প্ৰায় মৰিশালি যেন দেখি।

অলপ আহৰি পাই শেৱালিয়ে মৰমীক একাষৰীয়া কৈ মাতি নি

কলে, "মই এই মৰিশালিৰ নিচিনা চহৰখনত বৈ গৈছোঁ, কাৰণ মই সমাজ-কল্যাণৰ কামবোৰ ভাল পাওঁ। ই মোৰ এটা প্ৰবল নিচা। কিন্তু তই কেলেই বৈ গ'লি? কেনেকুৱা বিপদ হব পাৰে তই নাজান নে? শত্ৰুৰ কথাই নাই, এই নিৰ্জন চহৰত মিত্ৰও শত্ৰু হব পাৰে। অন্ততঃ ছোৱালী মানুহৰ ক্ষেত্ৰত।"

মৰমীয়ে কলে, "তই কি কব খুজিছ, মই জানিছোঁ। তই কব খুজিছ যে মই জয়ন্ত চৌধুৰীৰ কাৰণে বৈ গ'লো। তোৰ অনুমান একেবাৰে মিছা নহয়। তেওঁক বিপদত এৰি গৈ মই ক'তো শান্তি নাপাম।"

"কিন্তু বিপদত তই তেওঁক কি সহায় কৰিবি? আমাৰ নিজৰ অৱস্থাটোকে চ।"

"নিজৰ অৱস্থাৰ কাৰণে মই চিন্তা কৰা নাই। আমাৰ প্ৰত্যেকৰ হাতত বিষ আছে। যেতিয়াই জানিম জীয়াই থকাৰ প্ৰয়োজন নাই, মৃত্যুও সম্মানৰ, তেতিয়াই আপোন-ঘাতী হম।" মৰমীয়ে কলে।

তেওঁলোকে কথা পাতি থকা সময়ত জয়ন্ত চৌধুৰী আহি উপস্থিত হ'ল। নীতু ভোমোৰাগুৰি ঘাটৰ পৰা উভতি অহালৈ তেওঁ বাট চাইছিল; পলম হোৱা বাবে মৰমী হঁতৰ লগত সাক্ষাৎ কৰাৰ প্ৰয়োজন অনুভৱ কৰিলে। খিৰিকিৰে জয়ন্তক দেখি মৰমী বাৰান্দালৈ ওলাই আহিল।

জয়ন্তই মৰমীৰ মুখলৈ চালে। কল্যানময়ী মৰমীৰ মুখখন অধিক কল্যানময়ী হৈ উঠিছে। তাইৰ প্ৰতি তেওঁৰ মনত মায়া আৰু মমতাৰ সৃষ্টি হ'ল। বিজুলী-বাত্তিৰ পোহৰত মৰমীয়ে জয়ন্তৰ চকুত যি আভাস পালে তাকেই ইমান দিনে তাই বিচাৰি আহিছিল। কিবা এটা তীব্ৰ আকৰ্ষণে তাইক অস্থিৰ কৰি তুলিলে। তাই উপায় বিহীন হৈ চকুযুৰি তললৈ নমাই নিলে। জয়ন্তই তাইৰ পিনে চাই ভাবিলে, এই ভাল লগা মুহূৰ্তৰ কথাটো তেওঁ তাইক কবনে? এই ভাল লগাৰ কেৱল এটা নাম আছে, সেই নাম প্ৰেম, এই কথাটো তাইও বুজিছে।

এই দুৰ্যোগৰ নিশা, এই দুৰ্ভাবনাময় মুহূৰ্তও পৰিত্যক্ত চহৰ এখনত প্ৰেম নিবেদন কৰাটো যে বহুৰালিৰ নামান্তৰ এই কথাত তেওঁৰ বিশ্বাস হ'ল। ওঁঠলৈ অহা প্ৰেমময় বাক্যটো উচ্চাৰণ কৰাৰ পৰা তেওঁ নিৰস্ত হ'ল। তাৰ সলনি তেওঁ ক'লে, "ভালদৰে থাকিবা।" মথমীয়ে মুৰ তুলি চালে। "ভালদৰে থাকিবা" এই শব্দ দুটাতেই যেন তাই সকলো প্ৰশ্নৰ, সকলো ভাৱনাৰ উত্তৰ পালে। তাই লাহেকৈ কলে, "থাকিম"। জয়ন্তই আকৌ কলে, "তোমালোকৰ কোনো ভয় নাই। আমি এটা আত্মঘাতী দল খুলিছোঁ। চুইচাইড স্কোৱাড্। শেষ সময় লৈকে আমাৰ নিজৰ কাম কৰি যাম। যেতিয়া দেখোঁ যে আৰু সময় নাই, তেতিয়াই তোমালোকৰ ওচৰলৈ আহিম। তোমা-লোকৰ পৰিত্ৰানৰ কিবা ব্যৱস্থা কৰি আমি শেষ মুহূৰ্তলৈ বাট চাম।"

"আমাৰ কাৰণে চিন্তা নকৰিব। আমি সকলোৱে শেষ মুহূৰ্তলৈ সাজু আছোঁ।" মৰমীয়ে অভয় দিলে।

মৰমীৰ পৰা বিদায় লৈ জয়ন্ত চৌধুৰীয়ে কমল কটকীৰ খোজ-খবৰ ললে। কটকীক বিচাৰোঁতে আধা বাটত কটকীৰ লগতেই দেখা হ'ল। কটকীয়ে কলে, "মোৰ সৰ্বনাশ হৈছে। আবেলি গৃহিনীক ট্ৰেইনত তুলি দিবলৈ গৈছিলোঁ; এইখিনি সময়ৰ ভিতৰতে গোপালে মোৰ ঘৰৰ পৰা টকা-পইছা, সোণ-ৰূপ সকলোবোৰ চুৰি কৰি নিছে। সি এতিয়া নিৰুদ্দেশ। যুদ্ধখন তাৰ চুৰিৰ সহায়ক হে হ'ল। এই দুৰ্যোগৰ সময়ত কোনে নো কাক বিচাৰিব? লৰালৰি কৰি যাব লগা হোৱা বাবে গৃহিনীয়ে প্ৰায় খালি হাতেৰেই যাব লগা হৈছিল।

কটকীৰ কথা শুনি জয়ন্তৰ মনত বিষাদৰ সৃষ্টি হ'ল। গোপালৰ চৌৰ্য-প্ৰৱনতাৰ সম্বন্ধে কটকীক আগেয়েই কৈ সাৱধান কৰি নিদিয়াৰ কাৰণেই যে এনে হবলৈ পালে, এই কথা বুজি পাই তেওঁ সান্ত্বনাৰ ভাষা হেৰুৱালে। তেওঁ কলে, "আপুনি থানাত জনাই থব পাৰে। অৱশ্যে তেওঁলোক এতিয়া বৰ ব্যস্ত।"

"মই থানালৈকে যাওঁ। মোৰ লগত যাব নে ?"

"আপোনাক আগবঢ়াই থব পাৰিম।"

"আপুনি বাত্তিটো ইয়াত থাকিব নে ক'ৰবালৈ গুচি যাব ?"

"ইয়াতেই থাকিম।"

"কি বিপদ হব পাৰে জানেনে ?"

"নাজানো; কিন্তু অনুমান কৰিব পাৰোঁ। হয়তো মৃত্যু অৱশ্যম্ভাৱী। তাৰ বাবে মাজু হৈ আছোঁ।" জয়ন্তই উত্তৰ দিলে।

কটকীয়ে কলে, "আপোনাৰ আদৰ্শ আছে। দেশৰ কথা চিন্তা কৰি আপুনি বিব্ৰত। মোৰ তেনে চিন্তা নাই। মই কেৱল মোৰ অসীমা প্ৰেছৰ কাৰনেহে চিন্তা কৰিছোঁ। এই প্ৰেছটো মোৰ বাবে তাজমহল।"

তেওঁলোক অলপ দূৰ আগবাঢ়িল। হঠাৎ কটকীয়ে কলে, "মই থানালৈ নাযাওঁ। যি গৈছে যঁক; থকা খিনিকেই ৰক্ষা কৰোঁ। মানুহ-দুনুহ নোহোৱা দেখি কোনোবা দুৰ্বৃত্তই মোৰ প্ৰেছটোৰ পিনে চকু দিব পাৰে।" জয়ন্তই তেওঁৰ ইচ্ছাত বাধা নিদিলে।

নিৰ্জন চহৰ। তাতোকৈ নিৰ্জন আলিবাটত বিজুলি-বাত্তিৰ পোহৰত এজন মানুহ অকলশৰে খোজ কাঢ়ি আহি থকা তেওঁলোকৰ চকুত পৰিল। মানুহজনৰ খোজত অস্থিৰতা। তেওঁৰ মুখেৰে কিবা-কিবি শব্দ উচ্চাৰিত হৈছিল। ক্ৰমশঃ তেওঁৰ মুখৰ বচনবোৰ তেওঁ-লোকৰ কানত স্পষ্ট হ'ল। মানুহ জনে কৈ আছিল: "অস্ত্ৰ নহলে একো নহব। তহঁত মূৰ্খ; ক'লৈ পলাই সাৰিবি ? তেজপুৰৰ পৰা নগাওঁ, নগাওঁৰ পৰা গুৱাহাটী : কিন্তু গুৱাহাটীৰ পাছত ? অস্ত্ৰ নহলে একো নহব। মাৰনাস্ত্ৰ, মিছাইল, আনবিক বোমা,—এইবোৰ যে অতি প্ৰয়োজনীয়, তহঁতে এই কথা নুবুজিলি।"

মাত-কথাৰ পৰাই জয়ন্তই গম পালে যে এই মানুহজন নগেন্দ্ৰ শইকীয়াৰ বাহিৰে আন কোনো নহয়। কটকীক টানি লৈ তেওঁ শইকীয়াৰ কাষ চাপিল। তেওঁ কলে, "হেৰি, শইকীয়া, এনেদৰে কিয়

চিঞৰিছে ? যদি আপুনি ভোমোৰাগুৰি লৈ যাব খোজে, আমি ব্যৱস্থা কৰি দিম।"

শইকীয়াই কণ্ঠস্বৰ বঢ়াই চিঞৰি কলে, "ক'লৈ যাম ? নিজৰ দেশ এৰি ক'লৈ যাম ? কিয় যাম ?"

জয়ন্তই কলে, "নিচিঞৰিব চোন।"

"তহঁতে পলাই সাৰিব খুজিছ সাৰ ; মোক তেনে জীৱন নালাগে ঐ, নালাগে।"

জয়ন্তই শইকীয়াৰ বাহুত খামাচ মাৰি ধৰি তেওঁৰ গাটো জোকাৰি দি কলে, "শইকীয়া আপুনি বলিয়া হৈ গ'ল নেকি ? ব'লক, আপোনাক আমাৰ চুইচাইড্ স্কোৱাড লৈ লৈ যাওঁ।"

"নকৰ চৌধুৰী, মোক সেইবোৰ নকৰ। মই আপোনাক বুদ্ধিমান লোক বুলি ভাবি'ছলোঁ। কেইজনমান ডেকাই হঠাৎ লগলাগি কি দেশ উদ্ধাৰ কৰিবহে ? আপুনি চগাৰ কৰে মৰিব পাৰিব। এনে মৃত্যু নিৰৰ্থক।"

জয়ন্ত শান্ত সুৰত কলে, "আপুনি আঁতৰি নগৈ ইয়াত থকাটোৱেই আমাৰ প্ৰতিৰোধত বৰঙনি যোগাইছে।"

হঠাৎ নগেন্দ্ৰ শইকীয়াই ফুটপাথত বহি এখন হাতেৰে তেওঁৰ বুকুখন হেঁচি ধৰি দুৰ্বল মাতেৰে কলে, "মই আজি নাবাচোঁ। অনেক মানুহ মৰিছে। মই মৰিলেও কাৰো হানি নাই।"

জয়ন্ত অলপ বিমোৰত পৰিল। কটকীয়ে তেওঁৰ কাণে কাণে কলে, "শইকীয়াৰ হাৰ্ট ট্ৰাবল্ আছে।" জয়ন্তই কলে, "মই এওঁৰ লগত থাকোঁ। আপুনি প্ৰেছলৈ যাওঁতে বাটত কোনোবা মানুহক লগ পালে সহায়ৰ বাবে ইয়ালৈ পঠাই দিব। এওঁক এতিয়াই হাস্পতাললৈ নিব লাগিব।"

কটকীয়ে কলে, "মোক প্ৰেছৰ কথা এখন্তেক পাহৰিবলৈ দিয়ক। মই এওঁৰ লগত থাকোঁ। অপুনি চুইচাইড্ স্কোৱাডৰ পৰা দুজনমান মানুহ পঠাওক। কিন্তু হাস্পতালত ডাক্তৰ আছেনে ?"

তেওঁলোক হুয়ো শইকীয়াক সাৰটি ধৰি গাড়ী বা বিক্শৱ বাবে চাবিওপিনে চকু দিলে।

এনে সময়তে বিপৰীত পিনৰ পৰা অৰূপ কলিতা আহি ওলাল। সি জয়ন্ত চৌধুৰীক কলে, "আপোনাক কেম্পত নাপালোঁ। নীতুৱে আপোনাৰ বাবে বৈ আছে। আমি কি কৰিম, ভাবি পোৱা নাই। সময় থাকোঁতে মই চাবিওপিনে এপাক ঘূৰি আহিলোঁ। কিবা কামত লাগিব পাৰে বুলি জীপখন চাবিবে মৈতে কেম্পত এৰিছোঁ। বৈছিকৈ চলালে পেট্ৰোলৰ নাটনি পৰিব পাৰে।"

"চৰকাৰৰ পিনৰ পৰা কোনো অন্তিম প্ৰতিৰোধৰ ব্যৱস্থা লোৱা হৈছেনে? কিবা গম পাইছা নেকি?"

"একো বুজিব পৰা নাই।"

"যি ব্যৱস্থাই নলওক কিয়, চৰকাৰে লোৱা ব্যৱস্থাত আমি সকলোৱে সহযোগিতা কৰা উচিত। আমাৰ আপোন চৰকাৰক বিপদৰ সময়ত, বিশেষকৈ ৰাষ্ট্ৰীয় বিপদৰ সময়ত সহায় কৰাটো সকলো ভাৰতীয়ৰে কৰ্তব্য। মতান্তৰ বা আদৰ্শৰ বিৰোধ থাকিলে সেইবোৰ শান্তিৰ পৰিবেশত চালি-জাৰি চাব পৰা যাব।" জয়ন্তই কলে।

"বহুত উৰা বাতৰি ওলাইছে। সঁচা-মিছা কব নোৱাৰোঁ। শুনিছোঁ, চিভিলিয়ান চৰকাৰৰ আৰু পুলিচৰ অংশ বিশেষ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰলৈ স্থানান্তৰিত কৰা হৈছে। এতিয়া ইয়াত চিভিলিয়ান অফিছাৰ আৰু পুলিচৰ সংখ্যা তাকৰ। কাৰ আদেশত এনে হৈছে কোনেও কব নোৱাৰে।" অৰূপে বাতৰি দিলে।

"যাৰ আদেশতেই হওক, সেইকথা চিন্তা কৰি এই মূহূৰ্তত একো লাভ নহব। যুদ্ধৰ সময়ত এনে হয়েই। ওচৰ-ঘৰীয়া মানুহো শত্ৰু হৈ পৰে; কাকো বুজিব নোৱাৰি। এতিয়া লেঠিয়া-লেঠি কৰি আমি একোপধ্যে লাভৱান নহওঁ।"

"আৰু এটা কথা। হাস্পতালৰ ৰোগী বোৰক স্থানান্তৰিত কৰা

হৈছে হেনো। বহুত মিলিটাৰী গুচি গৈছে। ইয়াৰ্ড থাকি প্ৰতিবোধ কৰা হেনো অসম্ভৱ। উত্তৰ বংগৰ পৰা প্ৰতিবোধ কৰিব হেনো।”

“দীলিপ ফুকনক দেখিছা নেকি ?” জয়ন্তই সুধিলে।

“দেখা নাই। শুনিছোঁ, কৰ্তৃপক্ষক তেওঁ অন্তিম প্ৰতিবোধৰ সম্পৰ্কে বুজাবলৈ চেষ্টা কৰিছে। তেওঁ ইয়াতে ক'ৰবাত আছে।”

“আন খবৰ কি ?”

“আমাৰ লগৰ এজনে আজি ছুগৰাকীমান মন্ত্ৰীক লগ পালে। চাৰ্কিট হাউচত। তেওঁলোক বৰ বিষণ্ণ। বোধহয় উপায়হীন হৈ বেদনা পাইছে।”

“থানালৈ গৈছিলা নে ?”

“আমাৰ লগৰ আন এজন গৈছিল। তাত আৰক্ষী অধীক্ষকগৰাকী প্ৰায় অকলে আছে। লগত এজন মেজিষ্ট্ৰেট আৰু জনদিয়েক অফিছাৰ। থানাৰ সম্মুখত ছুজনমান লোকে কোৱা-মেলা কৰিছে: 'যোৱাকালিৰে পৰা উপায়ুক্তৰ সন্ধান নাই। ক'ৰবাত দেশদ্ৰোহীৰ হাতত আটক হৱও পাৰে'।”

জয়ন্ত চৌধুৰীয়ে চহৰৰ বাতৰি লবলৈ এৰি সুধিলে, “তোমালোক নিৰাশ হৈ পৰিছা নেকি ?”

অৰূপে কলে, “আশা-নিৰাশাৰ সীমা বোধহয় আমি পাৰ হলো। আজিৰ অবস্থাটো আমাৰ দৈনন্দিন অভিজ্ঞতাৰ ভিতৰত নপৰে। তোমোৰাগুৰিত মানুহৰ করুন অৱস্থা দেখি বুজিলোঁ যে আমি শুই থকা শিয়ালৰ দৰে হৈ পৰিছোঁ; কোনো দিনেই হাঁহ ধৰিব নোৱাৰিম।”

জয়ন্তই কলে, “তোমালোকৰ লগত এই সম্পৰ্কে পাছত কথা পাতিম। এতিয়া নগেন্দ্ৰ শইকীয়াক হাস্পতাললৈ নিব লাগিব। তুমি ডাক্তৰ নাৰ্জাৰীক লগ ধৰিবা। মই ইতিমধ্যে শইকীয়াক স্থানান্তৰিত কৰিম।”

অৰূপ কলিতাই হাস্পতাললৈ খোজ ললে। জয়ন্তই শইকীয়াৰ ওচৰলৈ আহিল। শইকীয়া অৱশ হৈ পৰিছে। তেওঁ এতিয়া নীৰৱ।

দুৰ্বল চাৱনিৰে তেওঁ জয়ন্ত আৰু কটকীৰ পিনে চাই আছে। আজি প্ৰথম বাৰৰ বাবে শইকীয়াৰ মনটো চিনিবলৈ জয়ন্তৰ আগ্ৰহ উপজিল।

কমল কটকীক শইকীয়াৰ লগত থৈ জয়ন্তই বাবহুলীয়ালৈ খোজ ললে। অৱসন্ন দেহ, আৰু অনেক সময় ধৰি একোকে নোখোৱাৰ বাবে তেওঁৰ ভৰি হাত জিন্‌জিনাইছিল। বাব হুলিয়াৰ চুইচাইড্‌ স্কোৱাডৰ সৰু ঘৰটোত তেওঁ উপস্থিত হোৱাৰ লগে লগে নীতুৱে কলে, "মহণ্ডা ওজাক বিচাৰি নাপালোঁ।"

জয়ন্তই কলে, "বোধহয় মহণ্ডা ওজাক বহুদিন ধৰি বিচাৰি নাপাম। বৰ্ত্তমান আন এটা কাম আহি হাতত পৰিছে। নগেন্দ্ৰ শইকীয়াই বুকুৰ বেদনাত কষ্ট পাই। ফুট্‌পাথত পৰি আছে। হাৰ্ট্‌—ট্ৰাবল্‌। তোমালোক দুজনমানে গৈ জীপখনেৰে তেওঁক হাস্পতাললৈ লৈ যোৱা।"

জয়ন্তৰ পৰা সবিশেষ জানি লৈ দুজন সদস্যৰ সৈতে নীতুৱে নগেন্দ্ৰ শইকীয়াক হাস্পতাললৈ কঢ়িয়াবলৈ গ'ল। পুৰণি জীপখনে এটা আৰ্ত্তনাদ কৰি চলিবলৈ আৰম্ভ কৰিলে।

চুইচাইড্‌ স্কোৱাডৰ সদস্য সকলে ক্ষণ গনাৰ দৰে বহি আছিল। সম্মুখত আকস্মিক ভৱিষ্যৎ। তাৰ বাবে কেৱল মানসিক প্ৰস্তুতিহে সম্ভৱ। হাতত আন সম্বল নাই।

এজন সদস্যই চাহৰ ব্যৱস্থা কৰি জয়ন্তলৈ একাপ চাহ আৰু কেথনমান বিস্কুট আগবঢ়ালে। তেওঁৰ দিনটোৰ অনাহাৰৰ পাছত এয়েই প্ৰথম খাদ্য। তেওঁ চাহ খাই টেবুলত অৱশ মূৰটো থলে। নগেন্দ্ৰ শইকীয়াৰ কথা তেওঁৰ মনলৈ আহিল: বোধহয় মানুহজন হঠাৎ বলিয়া হৈ গ'ল। তেওঁৰ মনত খেলালে যে এই বলিয়ালিৰো মূল্য আছে। এনেদৰে ভাবি থাকোঁতে চিল্‌মিল্‌ কৈ তেওঁৰ টোপনি আহিল।

হঠাৎ কোঠাটোত হাই-উকমি হোৱাত তেওঁৰ চিল্‌মিল্‌ টোপনি

জাগিল। নীতুহঁত উভতি আহিছে। সিহঁতৰ মুখত এটা কথা : যুদ্ধ সমাপ্ত হৈছে।

জয়ন্তৰ কাষ চাপি নীতুৱে কলে, "ৰেডিঅ'ত বাতৰি আহিছে : যুদ্ধ শেষ হ'ল ; চীনা সকলে এক পক্ষীয়ভাবে যুদ্ধ-বিৰতিৰ কথা ঘোষণা কৰিছে। এতিয়া চীনা সৈন্যৰ অপসাৰণ মাথো বাকী।" বাইদেউহঁতক যুদ্ধ সমাপ্তিৰ বাতৰিটো বাটতে বৈ দি আহিছোঁ।"

"নগেন্দ্ৰ শইকীয়া কেনে আছে ?"

"হাস্পতালত নগেন্দ্ৰ শইকীয়াৰ মৃত্যু হৈছে। হাস্পতাল পোৱাৰ আগেয়েই তেওঁ মূৰ্চ্ছা গৈ'ছিল। লাহে লাহে তেওঁৰ অবস্থাৰ অৱনতি হ'ল। তেওঁ পুনৰায় সংজ্ঞা ঘূৰাই নাপালে।"

জয়ন্তই নীতুৰ কান্ধত হাত দি সান্ত্বনা দিলে, "শইকীয়াই আন্তৰিকভাবে দেশৰ কাৰণে ভাবিছিল। তেওঁৰ সকলো বিচাৰ বুদ্ধিক উকৰাই দিব নোৱাৰি। এতিয়াও মানুহৰ বিচাৰ বুদ্ধি আছে, এতিয়াও মানুহৰ কৰ্তব্যবোধ আছে। তেজপুৰৰ পৰা ইমানবোৰ মানুহ আঁতৰি গ'ল। যেন বাইবেল বৰ্ণিত আদি যুগৰ প্ৰস্থান। তথাপি ইয়াত তোমালোক আছা, বিজুলি-বাতি আৰু টেলিফোন এতিয়াও সজীৱ হৈ আছে, কিছুসংখ্যক চৰকাৰী কৰ্মচাৰী আছে। অসামৰিক ব্যবস্থা এতিয়াও চলি আছে।"

সকলোৰে মুখত এতিয়া কেৱল যুদ্ধৰ সমাপ্তিৰ কথা। নগেন্দ্ৰ শইকীয়াৰ মৃত্যুৰ কথা কোনেও নকয়। নীতুহঁতে দুটা বাতৰি একে লগে আনিছিল : এটা বাতৰি যুদ্ধৰ সমাপ্তিৰ ; আনটো বাতৰি নগেন্দ্ৰ শইকীয়াৰ মৃত্যুৰ। এতিয়া কেৱল যুদ্ধ সমাপ্তিৰ আলোচনা। এতিয়া নগেন্দ্ৰ শইকীয়া সকলো আলোচনাৰ বাহিৰত। জয়ন্তই নীৰৱে নীতুৰ কান্ধৰ পৰা হাতখন উঠাই ললে।

সমাপ্ত